# উদ্‌যাপন সমিতিৰ বিষয়ববীয়া সকলৰ একাংশ


ভূপেন কুমাৰ বৰা


তুলেশ্বৰ পেগু


ৰুদ্ৰ গগৈ


মিলন বৰবৰুৱা


নিতুমণি বৰুৱা


হিৰণ্য পাটৰ


ৰাতুল গগৈ


ফুলেশ্বৰ বৰুৱা


মহেশ্বৰ বৰুৱা


সুশীল কুমাৰ ভুঞা


ডম্বৰু সন্দিকৈ


লীলাকান্ত দাস


হৰেণ গগৈ


সজন আগৰৱালা


ৰাজু বৰা


চন্দ্ৰকান্ত সেনাপতি


কুশ দত্ত


যোগেন বৰা


বিষ্ণু উপাধ্যায়


ৰাজেন বৰুৱা


নৰ বাহাদুৰ কটোৱাল


হিমাংকৰ হাইনাৰী


বিশ্বজিৎ দৈমাৰী


মুহিত বৰবৰুৱা


দীপ হাতীবৰুৱা


মানিক বসুমতাৰী


মণি বৰুৱা


লেখন গগৈ


ৰূপম দুৱৰা


ৰতন কোঁৱৰ


দুৰ্লভ স্বৰ্গীয়াৰী


পাৰ্থপ্ৰতিম ফুকন


অৰুণ শইকীয়া


ভৰদ্বাজ সন্দিকৈ


কুলদ্বীপ আগৰৱালা


নিৰোদ গগৈ


নৰ বসুমতাৰী


ৰেৱ বৰা


অনিল বসুমতাৰী


অতুল বৰা


হিমাংশু কাকতি


মনোজ গগৈ

স্মৃতিগ্ৰন্থ

# বসন্ত সুবাস

দশম বাৰ্ষিক কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন,
শিমলুগুৰি আৰু ৰংজালী বৈশাগু ফীৰবী।



শিমলুগুৰি, লখিমপুৰ
তাৰিখ ঃ ২৭ আৰু ২৮ ব'হাগ, ১৯৩৮ শক
(১০ আৰু ১১ মে', ২০১৬ চন)

প্ৰতি,
শ্ৰীযুত/যুক্তা সঞ্জীৱ উপাধ্যায় লৈ
আন্তৰিকতাৰে 'বসন্ত সুবাস' অৰ্পণ কৰা হ'ল।
দেৱজিৎ
—সম্পাদনা সমিতি

সম্পাদক ঃ দেৱজিৎ দুৱৰা

**'বসন্ত সুবাস'** —দশম বাৰ্ষিক কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন, শিমলুগুৰিৰ উপলক্ষে দেৱজিৎ দুৱৰাৰ দ্বাৰা সম্পাদিত; আদৰণী সমিতিৰ দ্বাৰা প্ৰকাশিত স্মৃতিগ্ৰন্থ আৰু ৰামধেনু অফছেট প্ৰেছ, নাৰায়ণপুৰত মুদ্ৰিত।

---

## সম্পাদনা সমিতি

**উপদেষ্টা** ঃ লিণ্টু বৰা
বিতোপন গগৈ
লোকনাথ শৰ্মা
অনন্ত গগৈ

**সভাপতি** ঃ চিত্ৰনাথ গগৈ

**সম্পাদক** ঃ দেৱজিৎ দুৱৰা

**সদস্য/সদস্যা** ঃ মিতালী কোঁৱৰ
বাপন শীল
মিহিৰ ৰিজাল
ৰশ্মিৰেখা ফুকন
গণেশ গগৈ

**বিশেষ সদস্য** ঃ সঞ্জীৱ বসুমতাৰী



**প্ৰকাশ কাল** ঃ ১১ মে'/২০১৬
**আৰ্হিপাঠ** ঃ জগত গগৈ
**বেটুপাত** ঃ ঋতুৰাজ বৰুৱা আৰু হৰেণ দাস (জান)
**বৰঙণি** ঃ ৩০.০০ (ত্ৰিশ) টকা
**মুদ্ৰণ** ঃ ৰামধেনু অফ্ছেট, নাৰায়ণপুৰ।



# উৎসৰ্গা

যি সকল মহান ব্যক্তিৰ
সামূহিক প্ৰচেষ্টা আৰু উদ্যোগৰ ফলত
বৃহত্তৰ শিমলুগুৰি অঞ্চলত বিভিন্ন জাতি-জনজাতি
একত্ৰিত হৈ সমন্বয়ৰ এনাজৰীৰে শিমলুগুৰি বিহু বাকৰিত
আৰম্ভণিৰ পৰা বৰ্তমানলৈকে কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনখনি
সফল ৰূপায়ণ হৈ আহিছে তেখেতসকলৰ চৰণ কমলত
**'বসন্ত সুবাস'** উৎসৰ্গা কৰা হ'ল।

*—সম্পাদনা সমিতি*

**Bhupen Kr. Borah, MLA**
SECRETARY
All India Congress Committee




Office
- 24 Akbor Road, New Delhi - 110001

Residence
- C-5 old M.L.A. Hostel
Dispur, Guwahati -781006, Assam
- Bhogpur Chariali, 109 Bihpuria LAC
Lakhimpur-787033
Ph.98540-13205 (M) 03612519786 (F)
Email:bhupenborah@gmail.com



# শুভেচ্ছা বাণী

অসমীয়া নৱবৰ্ষৰ ওলগ যাচিলোঁ। বিভিন্ন জনগোষ্ঠীৰে ভৰপুৰ শিমলুগুৰি ৰাইজৰ প্ৰচেষ্টাত দশম বছৰৰ বাবে কেন্দ্ৰীয়ভাৱে ৰঙালী বিহু সন্মিলন আৰু ৰংজালী বৈশাগু ফীৰবীখনি ১০ আৰু ১১ মে', ২০১৬ চনত আয়োজন কৰাৰ কথা জানিব পাৰি আনন্দিত হ'লো। অসমীয়া জাতিৰ জন জীৱনৰ কোঁহে কোঁহে সংপৃক্ত হৈ থকা হিয়াৰ আপোন, জাতিৰ দাপোণ, বাৰে ৰহণীয়া সংস্কৃতিৰ সমন্বয়ৰ প্ৰতীক স্বৰূপ অসমীয়াৰ আয়ুস ৰেখা ৰঙালী বিহু সন্মিলন উদ্‌যাপনৰ জৰিয়তে সকলো জনগোষ্ঠীৰ মাজত সম্প্ৰীতিৰ এনাজৰীডাল অধিক কটকটীয়া হোৱাৰ কামনা কৰিলো। বিহু সন্মিলনৰ লগত সংগতি ৰাখি উদ্যোক্তা মণ্ডলীয়ে *'বসন্ত সুবাস'* নামেৰে এখনি স্মৃতিগ্ৰন্থ প্ৰকাশ কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিছে। এই পদক্ষেপ আদৰণীয় আৰু প্ৰশংসনীয়। আমি আশা কৰিছো, স্মৃতিগ্ৰন্থখনিত এই বৃহৎ অঞ্চলটিৰ ভাষা-সাহিত্য-সংস্কৃতিৰ পূৰ্ণ প্ৰতিফলন হ'ব।

শেষত, সন্মিলনৰ দুয়োদিনৰ কাৰ্যসূচীৰ সফল ৰূপায়ণ কামনা কৰি আমাৰ আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰিলো।

(ভূপেন কুমাৰ বৰা)
বিধায়ক, বিহপুৰীয়া সমষ্টি।



প্ৰতি দিন TIME

# শুভেচ্ছা বাণী

শিমলুগুৰি কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনীয়ে দশম সংখ্যক ৰঙালী বিহু আৰু ৰংজালী বৈশাগু ফৗৰবীখনি অহা ১১ আৰু ১২ মে', ২০১৬ তাৰিখে শিমলুগুৰি ৰাজহুৱা খেল পথাৰত উদ্‌যাপন কৰিবলৈ লোৱা বুলি জানিবলৈ পাই মই সুখী হৈছো।

আশা কৰো, ৰঙালী বিহু উদ্‌যাপনৰ আনন্দ মুখৰ পৰিৱেশে বিভিন্ন জাতি-জনগোষ্ঠীৰ সংমিশ্ৰণৰ প্ৰক্ৰিয়াত গঢ়ি উঠা বৃহত্তৰ অসমীয়া জাতীয় জীৱনৰ সাতামপুৰুষীয়া সাংস্কৃতিক সংহতি আৰু সম্প্ৰীতি বান্ধোনক অধিক সুদৃঢ় কৰাত অৰিহণা যোগাব আৰু অসমক শান্তি-সংহতি আৰু সমৃদ্ধিৰ পথত আগুৱাই নিয়াৰ প্ৰচেষ্টাত ব্ৰতী হ'বলৈ সকলোকে অনুপ্ৰাণিত কৰিব।

ৰঙালী বিহু উদ্‌যাপনৰ সফলতা আন্তৰিকতাৰে কামনা কৰাৰ লগতে দেৱজিৎ দুৱৰাৰ সম্পাদনাত প্ৰকাশ পাবলগীয়া **'বসন্ত সুবাস'** নামৰ স্মৃতিগ্ৰন্থখনে সকলোৰে পৰা সমাদৰ লাভ কৰিব বুলি আশা কৰিলোঁ।

(নিতুমণি শইকীয়া)
মুখ্য সম্পাদক
প্ৰতিদিন টাইম
উলুবাৰী, গুৱাহাটী

# অনুক্রমণিকা

# অনুক্ৰমণিকা

## কবিতা



# সম্পাদকীয়



বিহু অসমীয়া জাতীয় জীৱনৰ প্ৰাণ-স্পন্দন, অসমীয়াৰ হেঁপাহৰ হিয়াৰ আমঠু বাপতি সাহোন স্বৰূপ। ব'হাগ বিহু বুলি ক'লেই হুঁচৰি, বিহু নাম, ডেকা-গাভৰুৰ বিহু, জেং বিহু (বোৱাৰী বিহু), ঢোল, পেঁপা, গগণাৰ লগতে মৰম-চেনেহ, শ্ৰদ্ধা-ভক্তি, প্ৰেম-আনন্দ আদিৰ কথা মনলৈ আহে। এই বিহুৱে অসমত বাস কৰা প্ৰতিটো জাতি-জনগোষ্ঠীৰ মাজত সম্প্ৰীতি, ঐক্য আৰু ভাতৃত্ববোধ সৃষ্টি কৰাত এক উল্লেখনীয় পদক্ষেপ গ্ৰহণ কৰি আহিছে।

বসন্ত আগমনৰ লগে লগে প্ৰকৃতিয়ে যি দৰে সেউজীয়া ৰূপ ধাৰণ কৰে, সেইদৰে অসমীয়া জন জীৱনৰ ছবি, মানৱীয় ধ্যান-ধাৰণা এই ব'হাগ বিহুটিত স্বতস্ফূৰ্তভাৱে প্ৰতিফলিত হৈ আহিছে। বৰ্তমান সময়ত ৰঙালী বিহুটিয়ে আধুনিকতাৰ নামত কৃত্ৰিম হৈ পৰিছে। অতীতৰ বিহুৰ গীত-মাত-নাচৰ যি গুণ গৰিমা সেই সুষমাখিনি ম্লান হ'ব ধৰিছে। মঞ্চত ভুমুকি মৰাত বিশেষকৈ প্ৰতিযোগিতাৰ মাজত বিহুৰ মূল স্বৰূপ হেৰাই যাবলৈ ধৰাটো অতি দুখৰ কথা হৈ পৰিছে।

বিহু বুলি ক'লে এতিয়া দৰ-দামৰ কথা আহি পৰিছে। নামী-দামী শিল্পী আমন্ত্ৰণক লৈ এক অঘোষিত প্ৰতিযোগিতা চলা পৰিলক্ষিত হৈছে। মুঠতে সময়ৰ পৰিৱৰ্তনৰ লগে লগে জাতীয় উৎসৱ বিহুটিৰ পৰিৱৰ্তনৰ কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে। কিন্তু অধিক পৰিৱৰ্তনৰ বাবে যাতে বিহুৰ স্বকীয়তা নাইকিয়া নহয় তথা মূল সুঁতিৰ পৰা একেবাৰে আঁতৰি নাযায়— তাৰ বাবে প্ৰতিজন অসমপ্ৰেমী অসমীয়া সজাগ হ'ব লাগিব।

কৃষক চহাসকলে কৃষি জীৱনৰ বাবে প্ৰেৰণা লাভ কৰা অসমীয়া জাতিৰ কৃষি ভিত্তিক এই বিহুৰ গৰ্বিত ঐতিহ্যই সকলোবোৰ পৰিৱৰ্তন নেওচি বৰ্তমানেও সমাজত সমন্বয়ৰ বৰভেঁটি হিচাপে শুভ বাৰ্তা কঢ়িয়াই আহিছে। ব'হাগে অসমীয়া জাতিৰ জন জীৱনৰ পৰিচয় দি আহিছে। অসমীয়াৰ বিহু যিমান দিনলৈকে জীয়াই থাকিব সিমান দিনলৈকে অসমীয়া জাতি জীয়াই থাকিব। অসমীয়া জাতিক সুস্থ সবল তথা সংস্কৃতিবান ৰূপত আগুৱাই নিবলৈ হ'লে বিহুৰ অতীতৰ পৰম্পৰাক সঠিকভাৱে মৰ্যাদা প্ৰদান কৰিব লাগিব।

শিমলুগুৰি কেন্দ্ৰীয় ৰঙালী বিহুৰ লগত সংগতি ৰাখি প্ৰত্যেক বছৰে প্ৰকাশ কৰা 'বসন্ত সুবাস' স্মৰণিকাখনে বিহুৰ স্বতঃস্ফূৰ্ত আনন্দ, ৰং-ৰহইচৰ মাজতে সোণৰ ওপৰত সুৱগা চৰায়। লগতে শিমলুগুৰিৰ বিভিন্ন জাতি-জনগোষ্ঠীৰ মাজত সাংস্কৃতিক দিশত এক নতুন সপোনৰ বাট মুকলি কৰে।

'বসন্ত সুবাস'খনিৰ লগত জড়িত সকলোলৈকে মোৰ ফালৰ পৰা আন্তৰিক শুভেচ্ছা আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলো। সদৌ শেষত, শিমলুগুৰি কেন্দ্ৰীয় ৰঙালী বিহু আৰু ৰংজালী বৈশাগু ফীৰবী সন্মিলনৰ দীৰ্ঘায়ু কমানা কৰিলো।

দেৱজিৎ দুৱৰা
১০/০৫/২০১৬
(দেৱজিৎ দুৱৰা)
সম্পাদক, 'বসন্ত সুবাস'

# বিহু সন্মিলন আৰু মঞ্চ বিহু

ডাঃ অমৰেন্দ্ৰ কুমাৰ গগৈ

এসময়ত চ'ত মাহ সোমোৱাৰ লগে লগে কৃষিজীৱী অসমীয়া ডেকা গাভৰুৱে ৰাতি বিহু মাৰিছিল। পথাৰৰ গছৰ তলত, নৈৰ পাৰৰ কহুঁৱানিৰ মাজত, ডেকা গাভৰুৱে একেলগে বা বেলেগে বেলেগে বিহু মাৰি মনৰ আনন্দ উল্লাস আৰু যৌৱনতা প্ৰকাশ কৰিছিল। এনে কৰাৰ অন্তৰালত আচলতে পৃথিৱীখন শস্যৰে নদন-বদন হোৱাৰ লক্ষ্য নিহিত হৈ আছিল। সেই বিহু ৰংঘৰৰ বাকৰি, গৃহস্থৰ চোতাল হৈ এতিয়া আধুনিক মঞ্চত থিতাপি ল'লেহি। জন্ম হ'ল বিহু সন্মিলন, ব'হাগী মেলা, ব'হাগী উৎসৱ, বিহু মেলা, বসন্ত উৎসৱ, ব'হাগী বিদায় আদি নানা নামেৰে বিহু সন্মিলনৰ সংখ্যা দিনক দিনে বাঢ়ি গৈ এনে অৱস্থা পালেগৈ যে নগৰ চহৰ গাঁও-ভূঁই সকলোতে তিনিআলি-চাৰিআলি, স্কুল কলেজৰ মুকলি ঠাইত আৰু আনহে নালাগে নামঘৰৰ চোতালতো বিহু সন্মিলন অনুষ্ঠিত হ'বলৈ ল'লে।

এই বৰ্ধিত সংখ্যক বিহু সন্মিলনে প্ৰকৃততে বিহুৰ বিকাশ; প্ৰসাৰ, প্ৰচাৰ বা জনপ্ৰিয়তা বৃদ্ধি কৰিছেনে ? নে আধুনিক মঞ্চৰ চাৰি বেৰৰ মাজত সোমাই বিহুৱে স্বকীয়তা হেৰুৱাই পেলাইছে, সেই কথা চিন্তা কৰি চাবৰ হ'ল। আমি বিচাৰো অসমীয়াৰ প্ৰাণৰ আপোন বিহুৱে স্বকীয় গুণৰাশিয়ে ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় পৰ্যায়লৈ আগবাঢ়ি যাওক। আমি বিচাৰো *'শালৰ হাতী মুকলি হোৱা'* বিহুৱে বৰ অসমৰ আকাশে বতাহে বিয়পি পৰি সমাজৰ

পৰা অসূয়া-অপ্ৰীতি, হিংসা-বিদ্বেষ, দুখ-দৈন্য, উচ্চ-নীচ, জাতিভেদ আদি আঁতৰাই সম্প্ৰীতিৰ এনাজৰীয়ে সকলোকে বান্ধি পেলাওক। কিন্তু তাকে নকৰি যদি বিহু সন্মিলনৰ বিভিন্ন কাৰ্যসূচীৰ আপাহতে পশ্চিমীয়া সংস্কৃতিক আদৰি আনি বিহুৰ ঐতিহ্য আৰু পৰম্পৰাক মষিমূৰ কৰা হয়— তেনে সন্মিলন আমাক নালাগে।

বিহু সন্মিলন বিলাকৰ মাজত সোমাই চালে কেইটামান উল্লেখনীয় দিশ চকুত পৰে। বিহু সন্মিলন এখন উদ্‌যাপন কৰিবলৈ হ'লে প্ৰথমে আহে অৰ্থ সংগ্ৰহৰ কথা। ৰাইজৰ চান্দা-বৰঙণিৰে বিহু সন্মিলন পতা হয়। ব্যৱসায়ী, চাকৰীয়াল আৰু জনসাধাৰণৰ পৰাই বৰঙণি সংগ্ৰহ কৰা হয়। ইয়াকে কৰিবলৈ যাওঁতে কেতিয়াবা অপ্ৰীতিকৰ ঘটনাও নঘটা নহয়। জোৰ-জুলুমকৈ বৰঙণি সংগ্ৰহ কৰা বুলি ব্যৱসায়ীসকলে অত্যাৱশ্যকীয় সামগ্ৰীৰ মূল্য বৃদ্ধি কৰে, চাকৰীয়ালসকলে দুৰ্নীতি কৰিবলৈ উৎসাহিত হয়। শেষত মাধমাৰটো সাধাৰণ ৰাইজৰ ওপৰতে পৰেগৈ। আটাইতকৈ উল্লেখনীয় কথাটো হ'ল ৰাজপথ অৱৰোধ কৰি বৰঙণি সংগ্ৰহ কৰাটো। হাতত চান্দা তোলা বহী লৈ বেনাৰ এখন আঁৰি পথৰ যান-বাহন বিলাকৰ পৰা এজাক ডেকা-গাভৰুৱে বিহুৰ নামত পইচা সংগ্ৰহ কৰে। কোনো কোনোৱে গাড়ীৰ পৰাই দুটকা, পাঁচ টকা বা দহ টকা দলি মাৰি পথৰ ওপৰতে পেলাই থৈ যায়। এনে ধৰণেৰে চান্দা সংগ্ৰহ কৰাটো অসমীয়া সংস্কৃতিৰ বাবেই অপমানজনক। এনে ব্যৱস্থা অচিৰেই বন্ধ হোৱা উচিত।

যি কি নহওক, এইখিনি অতিক্ৰম কৰি বিহু সন্মিলন এখনি অনুষ্ঠিত কৰা বাৰু হ'লেই। এতিয়া প্ৰথমৰ কাৰ্যসূচীৰ পতাকা উত্তোলনৰ কথাকেই চোৱা যাওক। দুখৰ কথা বিহু সন্মিলনৰ পতাকাখন আজিলৈকে গোটেই অসম জুৰি একেই আৰ্হিৰ নহ'ল। সেয়েহে বহুতে মাদ্ৰাজী মাৰ্কা হাঁচতিৰ দৰে গামোচা এখনকে বেঁকা-বেকি বাঁহ এডালত বান্ধি দিয়ে। পতাকা বান্ধিবলৈ জনা মানুহৰো অভাৱে বিহুমেলাত কৰ্ম-কৰ্তাসকলক বিপাঙত পেলায়। কেতিয়াবা পতাকা খোলো নাখায়। উত্তোলনৰ পাছত গাবলগীয়া বিহুৰ জাতীয় সংগীত (শ্ৰীময়ী অসমীৰ শীতল...) গাবলৈকো মানুহৰ অভাৱ। শ্বহীদ তৰ্পণৰ কথা নক'লোৱেইবা। সন্ধিয়াৰ মূল সাংস্কৃতিক অনুষ্ঠানত দিয়া গুৰুত্বৰ এক শতাংশও এই তিনিওটা কাৰ্যসূচীত দিয়া নহয়। বহুটো বিহু সন্মিলনে আয়োজন কৰা সাংস্কৃতিক শোভাযাত্ৰাটো চৰম বিশৃংখলতা দেখা যায়। খাদ্য মেলাৰ ভিৰ বাৰু ক'ত হয়। ছাঁই মদ, সাজপানী আৰু গাহৰিৰ মাংস য'ত, তাতেই বিৰ দি বাট পাব নোৱাৰা ভিৰ।

মুক্ত বিহুক মঞ্চলৈ আনি প্ৰতিযোগিতাৰ শিকলিৰে বান্ধি পেলোৱা হ'ল। বিহুৱে স্বাধীনতা হেৰুৱালে। বিহুক জোৰকৈ ৰূপান্তৰিত হ'বলৈ বাধ্য কৰোৱা হ'ল। বহুতে তেনে পৰিৱৰ্তনক অনিচ্ছাকৃতভাৱে হ'লেও স্বীকাৰ কৰি ল'ব লগা হৈছে। যিটো পৰিৱৰ্তনে বিহুৰ মৌলিকতাত চৰম আঘাত হানিছে। এনে আঘাতৰ ফলস্বৰূপে বিহুৱে যে এদিন নিজস্বতা হেৰুৱাবগৈ ই ধ্ৰুৱপ। উদাহৰণ স্বৰূপে হুঁচৰিযোৱাৰ কথাই ধৰা হওঁক। বিহু সংস্কৃতিৰ এক অপূৰ্ব আৰু অবিচ্ছেদ্য অংগ হ'ল হুঁচৰি। কিন্তু এই হুঁচৰি ক্ৰমান্বয়ে বিলুপ্তিৰ পথলৈ আগবাঢ়িছে। মঞ্চ বিহুত যি ৰূপত হুঁচৰি জীয়াই আছে সেই ৰূপ হুঁচৰিৰ এক পৰিৱৰ্তিত ৰূপহে। প্ৰকৃত ৰূপ নহয়। আজিকালি বিহুৱাই হুঁচৰিৰ ঘোষা পদৰ বাচ-বিচাৰ নকৰা হ'ল। আচলতে প্ৰথমে একক কণ্ঠৰে নামতীয়ে ঘোষা লগাই দিয়াৰ পাছত দলীয় কণ্ঠত ঘোষা দোহৰাৰ নিয়ম। তাৰ পাছতেই নামতীয়ে একক কণ্ঠেৰে পদ গাই যায় আৰু

প্ৰতি ফাঁকি পদৰ অন্তত দলীয় কণ্ঠত ঘোষা দোহাৰি যোৱা হয়। পদৰ শেষত দলীয় কণ্ঠত ঘোষা দোহাৰি অ'ৰাম জয় হৰি বুলি ঢোলৰ চাপৰত ঘোষা পদ সামৰা হয়। কিন্তু আজিকালি বিহুৱাই ঘোষাকে পদ আৰু পদকে ঘোষা কৰি গাবলৈ লাগিল। কোনোটো পদেই সম্পূৰ্ণ নহয়। একেষাৰ নামতে দুই তিনি ফাঁকি ঘোষা আৰু দুই তিনি ফাঁকি পদ গাবলৈ ল'লৈ কিন্তু সকলো আধৰুৱা। তদুপৰি আধ্যাত্মিক ঘোষাৰ লগত বৈষয়িক বা ধেমেলীয়া পদ-ঘোষাৰ লগত আধ্যাত্মিক পদ গাবলৈ ধৰিলে। *'কৃষ্ণই গ'ল ফুলে পাৰিবলৈ হাততে হাকুটী লৈয়ে হে'* এনে ধৰণৰ ঘোষাৰ লগত *'শিঙা ডাক দিলা নন্দৰে নন্দন, বংশী ডাক দিলা বৈয়ে হে'* এনে ধৰণৰ আধ্যাত্মিক পদহে ৰজিতা খাই পৰে। কিন্তু আজিকালি এনেধৰণৰ ঘোষাৰ লগত *'বিহুৱতী চৰায়ে কৰে বিহু বিহু আমাৰ বিহু কাপোৰ নায়ে হে'* এনে ধৰণৰ পদ গাবলৈ ধৰিলে। তাকো আধাখনীয়াকৈ আৰু অ'ৰ এটুকুৰা ত'ৰ এটুকুৰা আঁজুৰি আনে।

*'ৰংপুৰৰ ৰঙা মণি পিন্ধাই দিয়া সৰুভনী*
*বিহু মাৰিবলৈ যাওঁ ঐ গোবিন্দাই ৰাম।'*

এই ফাঁকি ঘোষাৰ লগত যদি *'যমুনাৰ তীৰতে কানাই বহি আছে মাথাৰে মুকলি চুলি ঐ গোবিন্দাই ৰাম'* বুলি পদ গায়; তেন্তে হুঁচৰিৰ পৰম্পৰা ক্ষুণ্ণ হয়। আজিকালি ইয়াতকৈও বহু বিসংগতি হুঁচৰিত সোমাল। লহৰী খেলা কোনো কোনো হুঁচৰি দলে প্ৰদৰ্শন কৰে। লহৰী খেলৰ বাবে বিশেষ নাম আছে। যেনে—

*'হাতত কাঁড়ে ফাই*
*ল হেৰ' দদাই*
*মাৰ ঐ মাৰ ঐ বালি চৰাই।*

আৰু

*'হাতৰে চাপৰি*
*আহক টানে কৰি*
*ভৰিৰ গিৰিপনি মাৰ হেৰ' লহৰীয়া।'*

এইবিলাক লহৰী খেলৰ নাম। কিন্তু আজিকালি—

*'চমকত চাবলৈ*
*নহ'লো বিজুলী*
*নহ'লো বোৱতী নৈ হেৰ' লহৰীয়া।'*

বুলি লহৰী খেলোতে গালেও আচৰিত হ'ব নালাগিব।

ঢোলৰ চাপৰৰ কথাও একেই। আজিকালিৰ ঢুলীয়াই বহুতো চেও নিজেই সৃষ্টি কৰি লৈছে। ঢোলৰ চেওৰ বৈশিষ্ট্যৰ ভিতৰত যদি নতুন চেও বা চাপৰৰ সৃষ্টি হৈছে; তেনেহ'লে ক'বলগীয়া নাই। কিন্তু সেই বুলি কছাৰী চেও, দীঘলীয়া চেও, ল'ৰালী চেও, খৰা চেও, মিৰি চেও, ধেমেলীয়া চেও আদি পাহৰি যোৱাটো জানো উচিত? তেনে কৰিলে সেই অপূৰ্ব চেওবিলাক লুপ্ত হৈ জানো নপৰিব? বিহু নামবোৰৰো স্বকীয় ৰূপ নোহোৱা হৈছে। যোজনা, খৰা নাম, জাত নাম, যোৰা নাম, ঠেলা নাম, ধেমেলীয়া নাম আদিৰ বৈশিষ্ট্যসমূহ একাকাৰ কৰি পেলোৱা হৈছে। অ'ৰ এটুকুৰা আনি ত'ৰ এটুকুৰা আনি *'আৰ ছিগা চুলি তাৰ ছিগা চুলি, বান্ধি যাওঁ নেঘেৰি খোপা'ৰ দৰে* বিহুনামখিনিক সজাই-পৰাই মঞ্চত উপস্থাপন কৰা হৈছে। বিহু নাচৰ অৱস্থাও তথৈবচ। কঠোৰ কৰিঅ'গ্ৰাফিৰ মাজত পৰি বিহুনাচ কক্‌বকাই আছে। মঞ্চ আৰু মিডিয়াই বিহুনাচৰ স্বতস্ফূৰ্ত নাচোন শৈলীত আঘাত হানিছে...।

এষাৰ কথা অৱশ্যে উল্লেখ কৰিবই লাগিব, আমি যিখিনি বিসংগতিৰ কথা উনুকিয়ালো, সেই বিসংগতি সকলোৰে ক্ষেত্ৰত প্ৰযোজ্য নহয়। ব্যতিক্ৰমো আছে। কিন্তু তেনে ব্যতিক্ৰম তেনেই নগণ্য।

বৰ্তমান সময়ত এটা বিষয়ে অসমৰ বিহুৱা, বিহুৱতী আৰু বিহুপ্ৰেমী ৰাইজক বিপাঙত পেলাইছে। বিষয়টো হৈছে এটা প্ৰশ্ন। 'হুঁচৰিত গাভৰু নাচনী

(নাৰী)ৰ অংশগ্ৰহণ পৰম্পৰাগত বা বৈধ হয়নে নহয়? ইয়াৰ উত্তৰত একেষাৰতে ক'বলৈ গ'লে হুঁচৰিত নাৰীয়ে অংশ নলয়। যেনেদৰে টকা বিহু বা জেং বিহুত পুৰুষে অংশগ্ৰহণ নকৰে। কিন্তু আজি প্ৰায় চাৰিটা দশকৰ পৰা হুঁচৰি বিহু বা বিহু হুঁচৰি নামৰ অনুষ্ঠানত পুৰুষৰ লগতে নাৰীয়েও অংশগ্ৰহণ কৰি আহিছে— যাৰ ফলত প্ৰকৃত হুঁচৰি বিলুপ্তিৰ পথলৈ আগুৱাইছে। হুঁচৰিৰ বিলুপ্তিত বহু বিহু সন্মিলন আৰু মিডিয়াইও অৰিহণা যোগাইছে বুলি নিশ্চয়কৈ ক'ব পৰা যায়। পৰম্পৰা অনুসৰি হুঁচৰি আৰু হুঁচৰি বিহুত গাভৰু নাচনীয়ে (নাৰীয়ে) কেতিয়াও অংশ নলয়। কিন্তু এতিয়া ডেকাহঁতৰ বহুতেই গাভৰু নাচনীৰ অবিহনে হুঁচৰিত অংশ ল'বলৈ ইচ্ছা নকৰা হ'ল। কাৰণ, গাভৰু নাচনী নাথাকিলে দৰ্শকেও হেনো ভাল নাপায়। তাতোকৈ ডাঙৰ কথাটো হ'ল গাভৰু নাচনী নথকা হুঁচৰি দলে বোলে বিহু সন্মিলনৰ পৰা নিমন্ত্ৰণো নাপায়। কোনো কোনো সন্মিলনে অংশগ্ৰহণ কৰিবলৈও নিদিয়ে। এয়া এক বাস্তৱ সত্য। ইয়াৰ সমাধান ক'ত আৰু কেনেকৈ? আমাৰ মতে ইয়াৰ সমাধানৰ মাত্ৰ তিনিটা পথহে আছে—

১। হয়, হুঁচৰিত ছোৱালীয়ে (নাৰীয়ে) অংশ ল'ব নোৱাৰাৰ পৰম্পৰা সমগ্ৰ অসম জুৰি কঠোৰভাৱে বলবৎ কৰা হওঁক।

২। নতুবা, নতুনকৈ জন্ম লোৱা 'হুঁচৰি বিহু' —য'ত গাভৰুৱেও নাচি-বাগি মুকলি বিহুৰ দৰে অংশ ল'ব পাৰে, তাক উদাৰভাৱে স্বীকাৰ কৰি লোৱা হওঁক।

৩। নহ'লে সহজ পথটো হ'ল— হুঁচৰি আৰু মুকলি বিহু প্ৰতিযোগিতা বেলেগ বেলেগকৈ আয়োজন কৰা হওঁক। ব্যৱস্থাটো এনে ধৰণেৰে কৰা হওক যাতে যিটো দল মঞ্চত উঠিব সেই দলটোৱে হুঁচৰিৰ ঘোষা পদ লহৰীয়া আৰু কাঁহী ঘূৰোৱা নাচ (যদিহে প্ৰদৰ্শন কৰে) শেষ কৰি গৃহস্থৰ অনুমতি সাপেক্ষে হুঁচৰিৰ বিহু আদি গাই আশীৰ্বাদ প্ৰদান কৰি হুঁচৰিৰ পৰম্পৰা শেষ কৰিব। লগে লগে বিচাৰকে দলটিৰ পাৰদৰ্শিতাৰ মূল্যায়ন কৰক। এই পৰ্ব শেষ কৰাৰ পাছত দলটি মঞ্চৰ পৰা ননমাকৈয়ে হয় ঢোলৰ চাপৰত, নহয় পেঁপাৰ লহৰত, নতুবা যোজনাৰে গাভৰু নাচনীক মঞ্চত প্ৰৱেশ কৰোৱাই লৈ মুকলি বিহু আৰম্ভ কৰি প্ৰাণ খুলি বিহু মাৰক। মুকলি বিহু সামৰণি মৰাৰ পাছত বিচাৰকে মূল্যায়ন কৰক। লগে লগে দলটি মঞ্চৰপৰা নামি যাওক আৰু দ্বিতীয় দলটি মঞ্চত প্ৰৱেশ কৰি একেই পদ্ধতিৰেই হুঁচৰি আৰু মুকলি বিহু প্ৰদৰ্শন কৰক। প্ৰতিযোগিতাৰ অন্তত বিচাৰকে হুঁচৰি প্ৰতিযোগিতা আৰু মুকলি বিহু প্ৰতিযোগিতাৰ ফলাফল বেলেগ বেলেগকৈ ঘোষণা কৰক আৰু বিহু সন্মিলনৰ কৰ্ম-কৰ্তাসকলেও সেইমতে বেলেগ বেলেগ পুৰস্কাৰ আগবঢ়াওক। তাকে কৰিবলৈ কিছু অধিক ধনৰ প্ৰয়োজন হয় সঁচা, সেইখিনি বিহু সন্মিলনৰ আয়োজকসকলে ব্যৱস্থা কৰিব লাগে। তেনে কৰিলে *'মিতিৰো ৰ'ব, চাউলো সিজিব'* আৰু অসমীয়াৰ বুকুৰ আপোন হুঁচৰিৰো স্বকীয়তা ৰক্ষা পৰিব।

অসমীয়া সংস্কৃতিলৈ বিপৰ্যয় নামি অহাৰ পথ বিহু সন্মিলনবিলাকেই প্ৰথমতে বন্ধ কৰিব লাগে। যুগৰ পৰিৱৰ্তনৰ লগে লগে সংস্কৃতিৰো পৰিবৰ্তন হোৱাৰ দোহাই দি বিহুৰ পৰম্পৰাক আঘাত কৰিব নালাগে। আমদানিকৃত অপ-সংস্কৃতিৰে যাতে বিহুৰ স্বকীয়তা ধ্বংস কৰিব নোৱাৰে —তাৰ প্ৰতি সজাগ হ'ব লাগে। পৰিৱৰ্তন মানে এইটো নুবুজায় যে নিজৰ অস্তিত্বকে বিসৰ্জন দিব লাগে। যি সময়ত পৃথিৱীৰ বহুলোকে শিপা বিচাৰি অতীতলৈ উভতি যাবলৈ বিচাৰিছে সেই সময়তেই আমি নিজৰ সংস্কৃতিক বিসৰ্জন দিবলৈ ওলোৱাটো দুৰ্ভাগ্যজনক। মূল ভেটিৰ ওপৰত

প্ৰতিষ্ঠিত ৰূপান্তৰবোৰহে গ্ৰহণ কৰিব লাগে। সংস্কৃতিক বোঁৱতি নদীৰ লগত তুলনা কৰা হয়। বোঁৱতি নৈয়ে গতিপথ সলোৱাৰ উদাহৰণ দিয়া হয়। কিন্তু এটা কথা আমি চিন্তা কৰি চাব লাগে যে নৈয়ে গতিপথহে সলায়, ওভতি নবয়। বিহুৰ পৰম্পৰা ৰক্ষাৰ বাবে এদিন নাচনীয়ে ঢুলীয়াক সকিয়াই দিছিল—

*ঢোলে ভালে কৰি বাবি ঐ ঢুলীয়া*
*ঢোলে ভালে কৰি বাবি,*
*খৰাকৈ নেবাবি উদাকৈ নেবাবি*
*নাচনীৰ ছেৱতে বাবি।।*

তেনেদৰে ঢুলীয়াইও নাচনীক সকীয়াইছিল—

*কঁকাল ভাঙি ভাঙি নাচিবি নাচনী*
*বিহুনাম এফাঁকি গাই,*
*টাকুৰি ঘূৰাদি ঘূৰিবি নাচনী*
*বিহু গ'লে পাবলৈ নাই।।*

বিহুনাম গাঁওতে সুৰ, তাল, জাত আৰু কথাৰ কিবা ভুল হ'লে বিহুৱা-বিহুৱতীয়ে নামতীক সকীয়াই দিছিল—

*ঢাপতে নুৰুবা সিজু সমনীয়া*
*ঢাপতে নুৰুবা সিজু,*
*ওলোটাই ওভোতাই কেলৈ নামে দিছ*
*কেলৈ খাই যোৱা নাই ৰিজু।*

বিহু সন্মিলনবিলাক মূল সাংস্কৃতিক সন্ধ্যাকেন্দ্ৰিক বা নাচনী প্ৰতিযোগিতাকেন্দ্ৰিক হ'ব নালাগে। বিহুৰ প্ৰকৃত শিল্পীসকলক অৱহেলা কৰিব নালাগে। বিহু আজিকালি বহুলোকৰ বাবে জীৱিকাৰ পথো হৈছে। এয়া সুখৰ খবৰ। কিন্তু এনে কৰিবলৈ যাওঁতে এটা কথালৈ লক্ষ্য ৰখা উচিত যাতে বিহুৰ ঐতিহ্য আৰু পৰম্পৰা অটুট থাকে।

বিহু লোক-উৎসৱ। এই লোক উৎসৱ বিলাকক যদি বৈশিষ্ট্যৰে গৰিমা মণ্ডিত হৈ থাকিবলৈ নিদি অন্য সাধাৰণ উৎসৱৰ শাৰীলৈ লৈ যোৱা হয়; তেন্তে বিহুৱে পৰিচয় হেৰুৱাব লাগিব। বিহুৱে পৰিচয় হেৰুৱালে অসমীয়াৰ পৰিচয় থাকিব জানো?



# স্বাস্থ্য সুৰক্ষাত এশ এবিধ বনশাক

ড° প্ৰবীণ শইকীয়া

*'চপোন কি চুবুৰি বিয়াধিৰ লেখ,*
*চেৰা বিহুত খাবা শাক পাঁচকুৰি এক।'*

ব'হাগ বিহুৰ পৰম্পৰাত বিহু নাচ আৰু বিহু নামৰ দিশটো যিমান গুৰুত্বপূৰ্ণ তাতোকৈ বহুগুণে বেচি গুৰুত্বপূৰ্ণ হ'ল স্বাস্থ্য সুৰক্ষাৰ বিষয়টো। বিহু নাচ আৰু বিহু নামো স্বাস্থ্য সুৰক্ষাৰ এক পৰোক্ষ কাৰকহে মাথোন। সাম্প্ৰতিক সময়ৰ প্ৰতিযোগিতা সৰ্বস্ব জাকজমকীয়া মঞ্চ বিহুৰ ধামখুমীয়াত ব'হাগ বিহুত স্বাস্থ্য সুৰক্ষাৰ দিশটো অতি অৱহেলিত হৈ পৰিছে। ব'হাগ বিহু যিহেতু কৃষি উৎসৱ— কৃষকৰ উৎসৱ। কৃষিৰ লগত জড়িত হৈ থাকে দৈহিক স্বাস্থ্য আৰু সুস্থতাৰ লগতে ঐহিক স্বচ্ছন্দতাৰ সোণসেৰীয়া সপোন। উৰ্বৰা বিশ্বাসৰ আঁৰত লুকাই থাকে উৎপাদন বৃদ্ধিৰ কামনা। উৎপাদন বৃদ্ধিৰ লগত কেৱল ক্ষুধা নিবাৰণেই নহয়, শাৰীৰিক পৰিপুষ্টি আৰু স্বাস্থ্য বিষয়টোও জড়িত হৈ আছে।

ৰোগ-ব্যাধিয়ে মানুহৰ শাৰীৰিক, মানসিক আৰু বৌদ্ধিক দিশত অনেক বিপদ-বিপৰ্যয় ঘটায়। সেয়েহে তেনেবোৰ ৰোগ-ব্যাধিৰ প্ৰতিষেধক হিচাপে নতুন বছৰৰ আৰম্ভণিতে চেৰা বিহুৰ দিনা দুপৰীয়া ভাত সাঁজত (গৰু বিহু, মানুহ বিহু আৰু গোসাঁই বিহু দিনা দুপৰীয়া ভাত ৰন্ধা নহয়) এশ এবিধ শাক খোৱাৰ পৰম্পৰা অসমীয়া সমাজত অতি প্ৰাচীন কালৰে পৰাই প্ৰচলিত হৈ আহিছে। বিশেষ ঔষধি গুণসম্পন্ন বিভিন্ন বনশাক অসমৰ মাটিত স্বাভাৱিকভাৱেই গজে। প্ৰতিবিধ বন শাকতে কিবা নহয় কিবা এটা ৰোগৰ প্ৰতিষেধকৰ গুণ থাকে। বছৰৰ আৰম্ভণিতে *'পাঁচ কুৰি এক'* অৰ্থাৎ এশ এবিধ শাকৰ আঞ্জা খালে বছৰটোলৈ *'চপোন-চবুৰি বিয়াধি'*য়ে আসৈ নাপায় বুলি অসমীয়া সমাজত এক দৃঢ় বিশ্বাস আছে। তাৎপৰ্যপূৰ্ণভাৱে এই বিশ্বাস অতি বাস্তৱ চিন্তা প্ৰসূত আৰু বিজ্ঞান সন্মত। ঔষধি গুণ সম্পন্ন এনে শত-সহস্ৰ গছ লতিকাৰ মাজৰ পৰা যিকোনো এশ এবিধ শাক বুটলি আনি বাচি-কুটি ৰান্ধি ঘৰে ঘৰুৱাহে ভোজন কৰাটো এসময়ৰ বাধ্যতামূলক পৰম্পৰা

আছিল। বিভিন্ন কাৰকে এই পৰম্পৰাক সম্প্ৰতি বিপৰ্যস্ত কৰি তুলিছে। নতুন প্ৰজন্মই পুৰণি প্ৰজন্মৰ পৰা এই পৰম শুভ পৰম্পৰা শিক্ষা লাভ কৰিবলৈ সুযোগ-সুবিধা নোপোৱাটোৱেই ইয়াৰ ঘাই কাৰণ। সংৰক্ষণ সচেতনতাৰ অভাৱত এসময়ত হাত মেলিলেই পোৱা এই গুৰুত্বপূৰ্ণ বনৌষধি সমূহৰ বহু সংখ্যকেই বৰ্তমান লুপ্তপ্ৰায় (আমাৰ বনতীৰ্থ উদ্ভিদ প্ৰকল্পত ইয়াৰে প্ৰায় ৯৫ শতাংশ সংৰক্ষিত হৈ আছে)। ব'হাগ বিহুৰ সময়ত সততে বিচাৰি পোৱা তেনে কিছুমান বনৌষধিৰ নাম ইয়াত উল্লেখ কৰা হ'ল ঃ

কচুশাক, কণাশিমলু, কঁচি/ কঁচি শাক (তিতা কঁচি, পিট কঁচি, লাটকঁচি/লাচকঁচি), কাচিডৰীয়া, কুকুৰাঠেঙিয়া, কেশৰাজ/কেঁহৰাজ, কেৰেলালতি, খুতৰা/চাৰুলী/চাউলী (জাতি খুতৰা, মাটি খুতৰা, হাতীখুতৰা/হাতী চাউলী, বৰ খুতৰা, পাহাৰী খুতৰা), গন্ধনা, গৰপচৈ, খীৰতী বন/দুধ বন, গান্ধকচু, ঘেঁচুলি, চানশাক, চুকাশাক, চেংমৰা/জেং কচু, জগন্নাথ শাক/জুগেৰু, জাতিলাও আগ, জিলমিল/ভতুৱা শাক (বৰ জিলমিল/সৰুজিলমিল/ৰঙা জিলমিল/বগা জিলমিল), টিকনি বৰুৱা/কুকুৰ ডাইনী, টুবুকী লতা, টেঙেচি/চাঙেৰী/চাঙে টেঙা (জাতি চাঙেৰী, মাটি তাঙেৰী, পানী চাঙেৰী, পানী চাঙেৰী, বৰ চাঙেৰী/বৰ টেঙেচি) ডেমদেউকা/কঁৰীয়া বিজল, ঢাকোন পইতা/চাউল ধোৱা, দোৰোণ শাক (জাত দোৰোণ, হাতী দোৰোণ/সৰ্প দোৰোণ) দোপৰ টেঙা/দুপৰীয়া টেঙা, ধনিয়া (জাতি ধনিয়া, মান ধনিয়া) নলটেঙা, নহৰু পাত, নৰসিংহ, নাঙল ভঙা, নীগ দেৱনা/নাগ দেওনা/মেৰমেৰী লতা, নেওঠনীয়া শাক, পটল লতা, পুঁৰৈ শাক/ পুঁই শাক (ৰঙা পুঁৰৈ, বগা পুঁৰৈ, বৰ পুঁৰৈ, সৰু পুঁৰৈ) পচতীয়া, পাৰ্বতী শাক, পনৰু পাত/পিয়াঁজ, পদুনা/পদিনা (জাতি পদুনা, গছ পদুনা, তুলসী পদুনা) বগী টেঙা, বন জালুক, বৰালী বুকুৱা/বকুৱা, বাহক/বাহেক (বগা বাহেক, কৃষ্ণ/ক'লা বাহেক,বন বাহেক, চিত্ৰ বাহেক) বিয়না সাৰতা, বিহলঙনী (পথৰুৱা বিহলঙনী, জাতি বিহলঙনী) ভাত মেটেকা, ভেটাই তিতা/ভাত তিতা, ভেদাই লতা/ভেদালি লতা/ভদ্ৰালী লতা (শেত ভেদালী, পুঁৰৈয়া ভেদালী যাঠীপতীয়া ভেদালী, চকলীপতীয়া ভেদালী) ভুঁই তিতা, ভুঁই আমলখী (ৰঙা, বগা) ভুত মূলা/ভোট মলা, মধু সোলেং (মিঠা সোলেং, টেঙা সোলেং) মৰা শাক (তিতা মৰা, মিঠা মৰা, ৰঙা মৰা/লহকৰী শাক, বগা মৰা চেকা মৰা)মনোৱা শাক/ৰূপহী শাক, মছন্দৰী (জাতি মছন্দৰী, বিহলঙনীয়া মছন্দৰী/খামতি মছন্দৰী), মৰলীয়া শাক/ ঠোঠনি শাক/ ঠোটনী শাক, মহা ভৃংগৰাজ (জাতি ভৃংগৰাজ, পাত কটা ভৃংগৰাজ) মাটি কাঁদুৰী/হাঁহ ঠেঙীয়া (বগা মাটি কাঁদুৰী, কেঁহৰজীয়া মাটি কাঁদুৰী, পখৰা মাটি কাঁদুৰী), মাঠুক ঠুকা/মাটুকটুকা/মৰ্মৰতী/ মৰ্মতী শাক (পুঁৰৈয়া, বগা), মানিমুনি (বৰ মানিমুনি, সৰু মানিমুনি, জাতি মানিমুনি), মেচাকী/মিকাজি, মেচ্‌লৌ, মেজেঙা, মেথি শাক, মুই শাক/চলা গুটীয়া, ৰঙালাও আগ, লৰ বৰুৱা/বন পালেং, লাইজাবৰী, লাই শাক (বৰ লাই, সৰু লাই জাতি লাই, চিনা লাই, মটি লাই, মেৰে লাই, কবি লাই/বন্ধা লাই, ৰঙা লাই, জেং লাই, মাটি জেং লাই), শুকলতি (কেঁহৰজীয়া, বগা), শিঙা পাত, ইচবগুল, শোহনী বন/মাইচাং শাক, শূঁৰ বোৱা/ সোৰোপা টেঙেচি, সটফুল, সৰিয়হ শাক (ক'লা, বগা, ৰাই সৰিয়হ) হাতী টেঙা, হালিম, হেলচী/ হেলঞ্চী, হেলচী শাক। তদুপৰি নাম নজনা আৰু অনেক শাক-পাত! 'এশ এবিধ শাক'ত সন্নিৱিষ্ট কৰা হৈছিল। বিভিন্ন সময়ত বিভিন্ন ধৰণে এই শাক পাতৰ ব্যঞ্জন প্ৰস্তুত কৰা হৈছিল যদিও বিহুত এশ এবিধ শাকৰ কোমল পাতেৰে সংমিশ্ৰিত ব্যঞ্জনহে তৈয়াৰ কৰাৰ নিয়ম। উজনি আৰু নামনিৰ কোনো কোনো অঞ্চলত আকৌ সাতবিধ শাকহে (সাত শাকী) বিহুৰ বতৰত খোৱাৰ পৰম্পৰা দেখা যায়। ■

# ৰঙালী বিহু ঃ আনলৈ দোষ নেঠেলি নিজৰ দায়ৱদ্ধতাৰ কথা ভাবিব লাগিব

**গিৰীন্দ্ৰ শইকীয়া**

এফালে সীমাহীন দৰিদ্ৰতা আৰু আনফালে 'ভাল মানুহ' হোৱাৰ অহৰহ তাগিদাৰ মাজত ডাঙৰ-দীঘল হৈছিলো বাবে ধনী-দুখীয়া, শ্ৰমজীৱী-পৰিশ্ৰমজীৱী, শোষক-শোষিত, পোৱা-নোপোৱা, আনন্দ-বিষাদৰ যুক্তিসংগত সংঘাত তুলি ধৰা সাহিত্যই ছাত্ৰাৱস্থাত খুবেই আকৰ্ষণ কৰিছিল। তেনেকৈয়ে, সৰ্বসাধাৰণ দুখীয়া-নিচলাৰ জীৱনক লৈ গল্প লিখা এজন লিখক অৱধাৰিতভাৱেই হৈ পৰিছিল মোৰ প্ৰিয় গল্পকাৰ। পিছত ওচৰৰ পৰা দেখিলো, দৰিদ্ৰতাক সাহিত্যৰ সমল হিচাপে লোৱা সেই গল্পকাৰজন দৰিদ্ৰৰ প্ৰতি মুঠেও সহানুভূতিশীল নহয়। তেখেতৰ মতে, দৰিদ্ৰতা হৈছে সাহিত্যৰ বজাৰত সৰ্বাধিক বিক্ৰী হোৱা পণ্য। সেয়ে তেখেতৰ লাইফ ষ্টাইল সম্পূৰ্ণ 'য়াংকি'। একেদৰে, কলেজত পঢ়ি থকাৰ সময়তে দেখিছিলো, অসমৰ এটা বৃহৎ ধৰ্মানুষ্ঠানৰ মুৰব্বীজনক বাৰ্ষিক অধিৱেশনৰ মুকলি সভাৰ বাবে আদৰিবলৈ ৰৈ থকা পাট-মুগাৰ ৰিহা মেখেলা পিন্ধা এজাক গাভৰু আৰু চোলা-চুৰিয়া গামোচাৰে সু-সজ্জিত গায়ন-বায়নৰ দল। নিৰ্দিষ্ট স্থানত, নিৰ্ধাৰিত সময়ত খোল-তালৰ শব্দ, হৰিধ্বনি-উৰুলি, ধুপ-ধূনাৰ ধোঁৱাৰ মাজত এখন সৰু গাড়ীৰ পৰা যেতিয়া

ধৰ্মানুষ্ঠানৰ মুৰব্বীজন নামিছিল, দেখিছিলো তেখেতৰ লগতে গাড়ীৰপৰা নমা হলিউদ-বলিউদৰ নায়িকাৰ দৰে এগৰাকী যুৱতী। চকুত ক'লা চান গ্লাছ, মূৰত বয়জ কাট চুলি, গাত লিপিট খাই থকা এটা টি-ছাৰ্ট, টাইট ফিটিং জিনছ, ভৰিত লেডিজ শ্বু। পিছত গম পালো, সেইগৰাকী আছিল 'বচনে বসনে সংযমী-সদাচাৰী হ'ব লাগে' বুলি ভাষণ দিয়া সেই ধৰ্মানুষ্ঠানৰ মুৰব্বীজনৰে কন্যা। অন্য যুক্তি-তৰ্কৰ কথালৈ বাৰু নাযাওঁ, ইয়াৰ দ্বাৰা কিন্তু মোৰ মনত এটা কথা তেতিয়াই প্ৰতীয়মান হৈছিল যে ধৰ্মানুৰাগী হ'বলৈ, ৰাইজখনক পতিয়ন নিয়াবলৈ চেষ্টা কৰা সেই লোকজনে নিজৰ জীয়েককে তেতিয়ালৈ পতিয়ন নিয়াব পৰা নাছিল।

এইবোৰ কথা মনলৈ আহিছে ব'হাগ বিহুটোক লৈ। টিভি, বাতৰি কাকত, সভা-সমিতি সকলোতে আলোচনা হৈছে যে ৰঙালী বিহুৰ বহু সোণসেৰীয়া পৰম্পৰা লাহে লাহে আঁতৰি গৈছে। গৰু বিহুৰ পৰা এৰা বিহুলৈকে থকা আমাৰ পুৰণি কলীয়া আচাৰ-অনুষ্ঠান বিকৃত হ'বলৈ লৈছে। অস্বাভাৱিক আধুনিকতাই পুৰণি মূলত আঘাত হানিছে। সেয়ে অসমৰ সমাজ জীৱনক বিভিন্ন বিচিত্ৰতাৰ মাজতো সংহতিৰ এনাজৰীৰে এক কৰি বান্ধি ৰখা ৰঙালী বিহুৰ ঐতিহ্য নোহোৱা হ'ব বুলি সচেতন লোকসকল শংকিত হৈ পৰিছে। ময়ো খুবেই শংকিত। সেয়ে আনৰ কাৰ্য-কলাপলৈ চোৱাৰ আগতে বিহু বুলি মই কি কৰিছিলো আৰু কৰিছো, আনৰ নহয়, মোৰ নিজৰ অৱদান কি— সেয়া গমি পিতি চাইছো।

১৯৯৩ চনৰপৰা কৰ্মসূত্ৰে গুৱাহাটীতে থাকিবলগীয়া হৈছে। তাৰ আগৰ বছৰ অৰ্থাৎ ১৯৯২ চনলৈকে আমাৰ গাঁও গনকদলনিত বছৰি একোটা বিহু দল গঠন কৰিছিলো। গাঁৱৰ সমনীয়া ল'ৰা-ছোৱালীবোৰক লৈ গঠিত আমাৰ দলত বছৰি ১৫ ৰ পৰা ৩০ টা বিহুৱা আছিল। পিছলৈ মই নিজে ঢোল, তাল, পেঁপা, বাঁহী, গগনা, সুতুলী, তকা আদি সকলো বাদ্য বজাব পৰা হওঁ। পদ আৰু ঘোষা প্ৰধানকৈ ময়েই জুৰিছিলো। *'গৃহস্থৰ কুশলৰ্থে বোলা জয় হৰি বোলা'* বুলি সকলোৰে হৰিধ্বনি এটা দি গৃহস্থৰ চোতালে চোতালে হুঁচৰি গাইছিলো। ঘোষা পদেৰে হুঁচৰি গোৱাটো আছিল বাধ্যতামূলক। *'ঔ ৰাম জয় হৰি'* বুলি ঘোষা পদ গোৱা শেষ হ'লেই যোজনা এফাঁকিৰে আৰম্ভ হয় বিহু। খেনোৰ ঘৰত কিবা অসুখ-অশান্তি চলি থাকিলে 'বিহু গাব নালাগে' বুলি দক্ষিণা উলিয়াই দি গৃহস্থই সেৱা লৈছিল। এনেকৈ আমি চুবুৰীয়া গাঁওবিলাকৰ উপৰি কেতিয়াবা অলপ আঁতৰৰ শিমলুগুৰি, নিমুৰী, ৰঙতি আদিতো গৈ বিহু মাৰিছিলো। বিহু বুলি কেতিয়াবা মাই, কেতিয়াবা মাহীহঁতে (মোৰ মাহীকেইজনীও একোজনী কাজী শিপিনী, এতিয়া লাহে লাহে বুঢ়ী হৈছে যদিও ফাগুন-চ'তত গামোচা লগায়েই) এহতীয়া ৰঙা আঁচুফুলৰ গামোচা বৈ দিছিল। গৰু বিহুৰ পিছদিনা পুৱাই গা ধুই নতুন কাপোৰ পিন্ধি মাৰ সৈতে একেলগে ককা, আইতা আৰু বৰদেউতাক গৈ আমাৰ ঘৰলৈ মাতি থৈ আহো আৰু আহিলে মায়ে ভাগে ভাগে চাহ-জলপান আৰু তামোল-পাণ দিয়া দেখিছিলো। ককা-আইতা, বৰদেউতা অহাৰ আগতেই মাই মোক আৰু ভাই-ভনী দুটাক লগত লৈ বাবাক (দেউতাক 'বাবা' বুলি মতাৰ অভ্যাস) সেৱা কৰিছিলো। একেদৰে ককা আইতা আৰু বৰদেউতাকো (কেউজন প্ৰয়াত) সেৱা কৰিছিলো। পিছত জনা হোৱাৰ পৰা দদাইদেউ-খুৰীহঁতকো মই সেৱা কৰিবলৈ ল'লো। গাঁৱৰ বুঢ়া-মেথাসকলক সুকীয়া-সুকীয়াকৈ সেৱা কৰি থকাৰ সময় নাপাওঁ বাবে তেতিয়া ঘৰত বা কাষৰ কাৰোবাৰ

ঘৰত পতা মৃতকক দিয়া বা শলিতা জ্বলোৱা সকামলৈ গৈ সমজুৱাকৈ সেৱা কৰিছিলো। মান ধৰাও হয়, লগতে এশ এবিধ শাকেৰে বা ভজা মঙহেৰে *'দেৱ ৰস'*ৰো জুতি লোৱা হয়।

১৯৮২-৮৩ ৰ পৰা ১৯৯২ লৈকে ব'হাগ বিহুক লৈ মোৰ তৎপৰতা আছিল সীমাহীন। এতিয়া আনৰ লেখীয়াকৈ মোৰো ভয় হয়। বিহুটো বিজতৰীয়া হৈছে। কিন্তু তাৰ বাবে কাক দুষিম? আনলৈ দোষ নেঠেলি, ৰঙালী বিহুটো শুদ্ধ ৰূপত জীয়াই থাকিব লাগিব বুলি ভবা প্ৰতিজন লোকে নিজে কি কৰিছে, সেই কথা ফঁহিয়াই চাব লাগিব। মই এইবাৰ কি কৰিলো? যোৱা বাৰৰ লেখীয়াকৈ এইবাৰ ছোৱালী দুজনী আৰু পত্নীক লৈ ঘৰলৈ যাব নোৱাৰিলো। যোৱাবাৰ গৈ ডাঙৰসকলক সেৱা কৰিছিলো। লগ-সমনীয়াৰ লগত মুয়ো বিহু মাৰিছিলো আৰু মোৰ ছোৱালী দুজনীয়েও ভতিজীহঁতৰ লগত মুগা ৰিহা মেখেলা, ৰঙা ব্লাউজ পিন্ধি, হাতত জেতুকা বোলাই চুবুৰীয়াৰ ঘৰে ঘৰে গৈ বিহু মাৰিছিল। এইবাৰ গুৱাহাটীৰ দক্ষিণ গাঁৱত পতা এখন বিহুলৈ সিহঁতক লৈ গ'লো আৰু ডাঙৰ ছোৱালীজনীয়ে আন দুজনী সমনীয়াৰ সৈতে আগতে শিকি থোৱা আধুনিক নৃত্য এটা কৰিলে। সেইদিনাই, অৰ্থাৎ ব'হাগৰ এক তাৰিখে দক্ষিণ গাঁৱৰ বিহুলৈ যোৱাৰ বাটত শহুৰ দেউতাৰ ওচৰত সোমালো। শাহু নাই ঢুকাল। নিজৰ কোঠাত দেউতা (শহুৰ) অকলে আছিল। আমি লৈ যোৱা নতুন গামোচাখন কান্ধত দি আমাৰ এওঁ, মই আৰু ছোৱালী দুজনীয়ে দেউতাক সেৱা কৰিলো। 'সকলো দিশৰ পৰা মঙ্গল হওক' বুলি দেউতাই আশীৰ্বাদ দিলে আৰু মই বছৰটোলৈ অনুপ্ৰাণিত হ'লো। এই দৃশ্য দেখি থকা কাষৰ ঘৰৰ এটি শিশুৱে আচৰিত হৈ মোৰ ছোৱালী দুজনীক সুধিলে, "কি কৰিলা? কি কৰিলা?" ডাঙৰ ছোৱালীজনীয়ে উত্তৰ দিলে, 'ককাক সেৱা কৰিলো।' সি আগতকৈও বেছি আশ্চৰ্য প্ৰকাশ কৰি সুধিলে, 'কিয়?'

আমি আৰু উত্তৰ দিবলৈ বৈ থকা নাছিলো। দক্ষিণ গাঁৱৰ বিহুৰ পৰা ফোন কৰি মাতি আছিল। ■



# ৰঙালী বিহুৰ পৰম্পৰা ঃ ঐতিহ্য আৰু এটা জাতীয় আন্দোলনৰ সম্ভাৱনাৰ অৱকাশ অনুভৱ কৰি

তুলেশ্বৰ পেগু

তাহানিৰ জম্বুদীপত মানৱ আৰু মানৱ সদৃশ জন্তুবোৰ যেনে— বান্দৰ, বনমানুহ, চিম্পাঞ্জী, গৰিলা, দৈত্য, দানৱ আদি বাসিন্দাসকল ওৰেদিন বিভিন্ন কাৰুকাৰ্যত লিপ্ত হৈ থকাৰ বাবে আনন্দ কি বস্তু তেওঁলোকে একো বুজি পোৱা নাছিল। সময়ৰ আহ্বানত তেওঁলোকৰ মনবোৰত এটা আকস্মিক অনুভূতি সৃষ্টি হৈছিল। তেওঁলোকে ভাবিছিল এনেকৈয়ে আৰু কিমান দিন জীয়াই থকাৰ সমস্যাবোৰক কেন্দ্ৰ কৰি সময়বোৰ অতিবাহিত কৰিব। তেওঁলোকৰ মাজত এদিন আলাপ-আলোচনা হৈছিল যে আমাক আনন্দ (Enjoyment) লাগে। কিন্তু আনন্দ কোনে দিব আৰু কেনেকৈ? আলোচনা-বিলোচনাত থিৰাং হ'ল যে তেওঁলোক সকলো শিৱৰ ওচৰত যাব। শিৱই নিশ্চয় কিবা এটা বিধান দিব। ভবা মতে শিৱই তেওঁলোকৰ সমস্যাৰ কথা বুজি পাই ইন্দ্ৰৰ ওচৰলৈ পঠাই দিলে। কিন্তু ইন্দ্ৰই শিৱক অনুৰোধ জনালে যে মোৰ দৰে মুৰ্খক এনে দায়িত্ব দি কিয় লাজত পেলালে। ইন্দ্ৰই উত্তৰ দিলে যে সেই দায়িত্ব নাৰদেহে পালন কৰিব পাৰিব। শিৱই সকলো দায়িত্ব পালন কৰিবৰ বাবে নাৰদক আদেশ দিলে। নাৰদে তেওঁৰ শিষ্য ভৰত মুনিৰ হতুৱাই পৃথিৱীত আনন্দ বা ৰং-ৰহইচৰ উপাদান সৃষ্টি কৰিবৰ বাবে শিৱৰ নিৰ্দ্দেশনাক কাৰ্যকৰী কৰিবলৈ বাৰ্তা প্ৰেৰণ কৰিলে। তেতিয়াৰ পৰাই গীত-মাত+(সংগীত) + বাদ্যযন্ত্ৰ +নৃত্য= নৃত্য কলাৰ সৃষ্টি হ'ল বুলি ঠাৱৰ কৰা হৈছে। সময়ৰ কোবাল সোঁতে সভ্যতাৰ বিকাশৰ লগতে ঠাই বিশেষে ৰং-ৰহইচৰ আচৰণবোৰ বেলেগ বেলেগ ৰীতি-নীতিৰে

আৰম্ভ হ'ল আৰু সময়ত জাতি উপজাতিৰ পৰশত পৰি নিজা নিজা সংস্কৃতিৰ জন্ম হ'ল। জাতীয় উৎসৱবোৰো সময়ৰ তাগিদাত সৃষ্টি। অসমৰ জাতীয় উৎসৱ বিহুটি এনেধৰণেই সময়ৰ আহ্বানত সৃষ্টি হ'ল কিজানি।

উৎসৱ যি ধৰণেই সৃষ্টি নহওক এয়া বিচাৰ্যৰ বিষয় হ'লেও উৎসৱত সৃষ্টিৰ অৱদান যোগোৱা গতানুগতিক ৰীতি-নীতিবোৰ সময়ৰ কোবাল সোঁতত পৰি পৰম্পৰা ঐতিহ্যবোৰ ক্ৰমবিৱৰ্তনৰ হেঁচাত ক্ৰমহ্ৰাস ঘটিছেনেকি ? কিয়নো সময়ৰ লগত ফেৰ মাৰিব নোৱাৰি বহু ভাষা-সংস্কৃতি আদি ইতিমধ্যেই বিলুপ্তি ঘটিছে আৰু বহু বিলুপ্তিৰ পথত। অসমৰ অসমীয়া মানুহৰ হিয়াৰ আমঠু বিহুটি এনে এটা বিলুপ্তিৰ গৰাহত পৰাৰ আশংকাৰ অৱকাশ অনুভৱ কৰিব পাৰিনে? বাপতি সাহোন বুলি গৌৰৱেৰে ক'ব পৰা বিহুটি এটা সময়ত অসমীয়া মানুহক বিদেশী আন্দোলন কৰাৰ অৱকাশ যোগোৱাৰ দৰে পৰম্পৰা ঐতিহ্যক বিচাৰি আৰু এটা আন্দোলনৰ পথ বাচি ল'বলৈ সময়ে আঙুলিয়াবনেকি ? আবেগক অগ্ৰাধিকাৰ দি সমস্যাৰ লগত মোকাবিলা কৰাটো অসমীয়া জাতিৰ এটা বৈশিষ্ট্য বুলি ক'ব পৰা যায় অতীতবোৰত ঘটি অহা আন্দোলনৰ ফলাফলবোৰক বিশ্লেষণ কৰি চালে। জাতীয় অস্তিত্বৰ বাবে কৰা সকলো খোজতেই উজুতি খোৱাৰ সাক্ষী দেখা যায়। প্ৰকাণ্ড শিল এটুকুৰা দাঙিবলৈ যোৱাৰ আগতে কঁকালৰ শক্তি ভালধৰণে চাই লোৱাটো উচিত। অন্যথা বিষয়বোৰ সাপ মাৰি নেজত বিষ ৰখোৱাৰ দৰে। সময়ৰ লগত সৃষ্টি প্ৰতিকূল উপাদানবোৰত নজৰ ৰখাটো ভৱিষ্যতৰ বাবে অনুকূল হিচাপে গণ্য কৰিব পাৰি।

জনসংখ্যা বৃদ্ধিৰ অনুপাতে বিহুৰ জনপ্ৰিয়তাৰ পৰিসৰো যথেষ্ট বাঢ়িছে। এয়া অসমীয়া জাতিৰ বাবে শুভ লক্ষণ। বিহু আজি অসমতেই সীমাবদ্ধ হৈ থকা নাই। বিশ্বৰ দেশ-বিদেশতো বিহুটিয়ে অসমীয়া জাতিৰ পৰিচয় দিয়াত সহায়-সহযোগিতাৰ শৰাই আগবঢ়াইছে। অন্য জনগোষ্ঠীবোৰো বিহুৰ প্ৰতি আকৰ্ষিত হোৱা স্বচক্ষে পৰিলক্ষিত হৈছে। হিয়াৰ আমঠু উৎসৱটি জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে সকলো জাতি-জনগোষ্ঠীক মুহূৰ্তৰ বাবে হ'লেও একতাৰ এনাজৰীৰে বান্ধি ৰাখিব পৰাটো অতি গৌৰৱৰ কথা। জাতীয় উৎসৱটিৰ সাৰ্বজনীন চৰিত্ৰৰ চেকুৰাই সঁচাকৈ অসমীয়া জাতিক বিশ্বৰ দৰবাৰত সুনাম অৰ্জন কৰাত অকল্পনীয় অৱদানৰ খোৰাক যোগাইছে। বাপতি সাহোন উৎসৱটিৰ এনেবোৰ বৈশিষ্ট্যৰ বাবেই অসমীয়া জাতি-জনগোষ্ঠী জীয়াই থকালৈ বিহুটিও সদায় অসমীয়া মানুহৰ অন্তৰৰ কোঁহে কোঁহে বিচৰণ কৰি থাকিব— এয়া ধ্ৰুব সত্য, কিয়নো পৃথিৱীত এনে উৎসৱ বিৰল যিটো উৎসৱে আনন্দৰ বাহিৰেও খেল-ধেমালি, কণীযুঁজ, তিনিঠেঙীয়া দৌৰ, মিঠাতেল সনা কলগছত উঠা, জীৱ-জন্তুৰ প্ৰতি সৎ আচৰণ, ধৰ্মানুষ্ঠানবোৰত সেৱা কৰা, পাৰস্পৰিক শ্ৰদ্ধা জনোৱা, গাঁৱৰ চোতালবোৰত বিহুৰ হুমান জনোৱা, জাতি-জনগোষ্ঠীয় পৰম্পৰা ৰক্ষা কৰা তিতা খোৱা, হাতীমূৰীয়া গছৰ ঠাৰিৰে ভৰিত কোবোৱা, বিচনীৰে বা লোৱা, শতাধিক শাকৰ ব্যঞ্জন খোৱা, নাহৰৰ পাতত লিখা—"দেৱ দেৱ মহাদেৱ নীলগ্ৰীৱ জটাধৰ বাট বৃষ্টি হৰদেৱ মহাদেৱ নমস্তুতে।।" যিটো প্ৰকৃতিৰ তাণ্ডৱ লীলাৰ পৰা পৰিত্ৰাণ পাবলৈ কৰা আদি কৰ্মবোৰ পালন কৰি ৰঙালী বিহুটিক অসমীয়া মানুহে আদৰণি জনাই অহা সকলোৰে সৰ্বজনবিদিত। কিন্তু বিশ্বায়নৰ বলীয়া বানে বিহুৰ চৰিত্ৰ গঠনত অভাৱনীয় আৰু অকল্পনীয়ভাৱে পৰিৱৰ্তন জোৱাৰ সৃষ্টি কৰিছে। সুঠাম দেহাত ভিতৰি ভিতৰি বেমাৰে ক'ব নোৱাৰাকৈ আক্ৰমণ কৰি থকাৰ দৰে বিহুৰ জনপ্ৰিয়তা অৰ্জনটো কিছুমান কেৰোণ প্ৰৱেশ কৰি জহা ধানৰ ঠোক বলী

হোৱাৰ দৰে সাতামপুৰুষীয়া বিহুৰ লগত জড়িত ঐতিহ্যবোৰ ক্ৰমান্বয়ে এটা এটাকৈ আধুনিকতাৰ মৰমৰ পৰশত পৰি বিশ্বায়নৰ গানৰ ৰাগীত মতলীয়া হৈ বিলুপ্তিৰ ক্ষণ গণিব ধৰিছেনেকি? যাৰ পৰিণতিত হয়তো অসমীয়া মানুহবোৰে এদিন পৰম্পৰা ঐতিহ্যক হেৰুৱাৰ বাবে পুনৰোদ্ধাৰ আন্দোলন পোষকতা কৰাৰ সম্ভাৱনাক নুই কৰিব নোৱাৰি। বয়োবৃদ্ধ, শিক্ষাবিদ, গৱেষক, বিশেষজ্ঞ আদি শ্ৰদ্ধাৰ ব্যক্তিসকলে উদ্বেগ প্ৰকাশ কৰিছে। সেইসকল ব্যক্তি নৱ-প্ৰজন্মলৈ সংকেত বাণী বাৰে বাৰে প্ৰেৰণ কৰি থকাৰ স্বত্বেও তেওঁলোকে ইতিমধ্যে আধুনিকতাৰ চৰম মৰ্যদাৰে মতলীয়া হৈ বিহুৰ পুৰণি ঐতিহ্যবোৰক জানি-নাজানি হেয়জ্ঞান কৰাৰ মানসিকতাৰ ফল কি ধৰণে ভূগিব সেয়া সময়লৈ অপেক্ষা কৰিব লাগিব। বিশেষ কেইটামান আচৰণে বিহুৰ পুৰণিকলীয়া এৰাব নোৱাৰা ঐতিহ্যবোৰক ম্লান কৰাৰ ক্ষেত্ৰত অৰিহণা যোগোৱাৰ সাক্ষী ওপৰত উল্লেখিত ব্যক্তিসকলৰ চকুত ধৰা পৰিছে। তেওঁলোকে জাতীয় উৎসৱটিৰ গতানুগতিক বৈশিষ্ট্যৰ যিটো জন্মলগ্নৰ লগত জড়িত তেনে ঐতিহ্যৰোৰ সংৰক্ষণ কৰাৰ লগতে অনাগত আৰু সমাগত সময়বোৰত বৈজ্ঞানীক দৃষ্টিভঙ্গীৰে সজীৱ কৰি ৰাখিব পাৰিলে অসমীয়া মানুহৰ তেজৰ লগত মিহলি হৈ থকা ব'হাগী বিহুৰ প্ৰকৃতিৰ লগত জড়িত পৰম্পৰাবোৰ কোনো কাৰণতেই সময়ৰ বিচাৰত ম্লান হোৱাৰ অৱকাশ সৃষ্টি নহ'ব। বিহু বলীয়া অসমীয়া ৰাইজে কেইটামান দিশ বিচাৰ-খোচাৰ কৰি উৎসৱটি আদৰিব পাৰিলে সকলো কুলৰ বাবে অনুকুল হ'ব।

প্ৰকৃতিৰ লগত জড়িত উৎসৱটিক কৃত্ৰিম মানসিকতাৰে বলপূৰ্বকভাৱে আটকধুনীয়া বাতাবৰণ সৃষ্টি কৰি প্ৰকৃত চৰিত্ৰক উলংঘা কৰাৰ অধিকাৰ থাকিলেও এটা সময়ত আমিবোৰেই দায়ী নহ'ম নে? প্ৰকৃতিয়ে দিয়া এই বোৱতী নদীক বান্ধ দি ৰাখিলেও সময়ত কিন্তু ফলাফল ভোগ কৰিছে।

অভিজ্ঞসকলে কোৱা শুনো “Old is gold”. পুৰণিকলীয়া সম্পদ, সংস্কৃতিবোৰেই জাতিৰ পৰিচয়ত অৰিহণা যোগায়। আধুনিকতা পুৰণিৰ ৰূপান্তৰ মাথোন। পুৰণি ঐতিহ্যক পৰিহাৰ কৰি আধুনিকতাৰ মানসিকতা গ্ৰহণ কৰক কিন্তু উৎপত্তিৰ লগত জড়িত ঐতিহ্যক ম্লান হ'বলৈ দিয়াটো চিন্তাৰ বিষয়। আধুনিকতাৰ নামত বংশগতিক নস্যাৎ কৰাটো কাম্য যেন অনুভৱ নহয়।

মানুহৰ হিয়াৰ লগত সম্বন্ধ থকা উৎসৱটিক কিছুলোকে বজাৰলৈ ৰূপান্তৰ ঘটোৱাটো বিহুৰ প্ৰাকৃতিক চৰিত্ৰক অৱমাননা কৰা যেন লাগে। কৃত্ৰিম মানসিকতাবোৰে জীয়াই থকাৰ নামত, পৰিচয় আদায়ৰ স্বাৰ্থত, পেট পোহাৰ আচৰণত, জাক-জমকতাৰ প্ৰতিযোগিতাত, নৱ-প্ৰজন্মৰ অনিয়ন্ত্ৰিত উশৃংখল মানসিকতা আদি কাৰ্যকলাপবোৰে বিহুৰ ৰং-চঙীয়াত আলোড়নৰ সৃষ্টি কৰিলেও বিহুৰে প্ৰকৃত মান-মৰ্যদা বুটলিব পৰা নাই। বিহুক জিৰণিৰ ঠাই হিচাপেহে গণ্য কৰা দেখা গৈছে।

গছৰ তলৰ বিহু ৰংপুৰৰ বাকৰিত ভৰি দিয়াৰ লগে লগে গোলাঘাট বিহু বাকৰি এটাৰ মঞ্চবিহুত ঠাই পোৱাৰ দিনৰ পৰা আজিলৈ পৌৰাণিক ঐতিহ্যবোৰ পানীত হাঁহ নচৰা অৱস্থাৰ সন্মুখীন হৈছে। অসমীয়া মানুহৰ ঘৰৰ চোতালবোৰ উদং হ'ল। গাঁওবোৰত বিহু বতৰত কাঁহ পৰি জিন যোৱাৰ দৰে নীৰৱ-নিস্তব্ধৰ বাতাবৰণ। পাৰস্পৰিকতাত পাৰস্পৰিকতাৰ চেকুৰা দেখা নাযায়। মঞ্চ বিহুবোৰে সাতামপুৰুষীয়া ঐতিহ্যবোৰক যুগৰ লগত অপ্ৰচলিত সামগ্ৰী হিচাপে গণ্য কৰা দৃষ্টিগোচৰ হৈছে। বিহু মঞ্চবোৰত অনুষ্ঠিত কৰা প্ৰতিযোগিতাবোৰে ব্যক্তি পৰিচয়ৰ লগতে পুৰস্কাৰৰ টোপে নৱ-প্ৰজন্মৰ মনবোৰক ঐতিহ্যৰ বিষয়ে চিন্তা-চৰ্চা কৰাত প্ৰাচীৰ হিচাপে ঠিয় দিছে। অভিভাৱক সকলেও হুমুনিয়াহ

কাঢ়ি হ'লেও প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে সহযোগ কৰিবলগাত পৰিছে। ঐতিহ্যবোৰৰ কথা ব্যক্ত কৰিলে নৱ-প্ৰজন্ম সকলে ভুল বকিছে বুলি ধৰি লয়।

বিহু আদৰণি আৰু বিদায়ৰ নামত যিবোৰ সভা-সমিতি গঠন কৰি চতুৰ সদস্য/সদস্যাসকলে ৰংচঙীয়া চমকলগা বিহু মঞ্চ সজোৱাৰ নামত দান-বৰঙনিৰ যি পয়োভৰ সৃষ্টি ঘটিছে বিহু ঐতিহ্য ৰক্ষাৰ স্বাৰ্থত প্ৰকৃততে তেওঁলোকে বিহুৰ ঐতিহ্যৰ সম্পৰ্কে জানেনে? ব্যক্তি লাভালাভবোৰে নৱ-প্ৰজন্মৰ মনবোৰক যুদ্ধংদেহি মানসিকতাৰে যি আগবাঢ়িছে, সঁচা অৰ্থত বিহু বুলিলে তেওঁলোকৰ মতে সময়ৰ লগত অভিযোজিত গীত-মাত, নাচ-গান, সাজ-পোছাক, চিঞৰ-বাখৰ, গালি-গালাজ আদি আচৰণবোৰহে বিহুৰ আচল ঐতিহ্যত পৰিণত হৈছে। প্ৰাকৃতিক উৎসৱটিক আদৰণি জনাবলৈ ৰাস্তা-ঘাটবোৰত ধন দাবী কৰা, তোষামোদ কৰি চান্দা তোলা, পুৰস্কাৰ ঘোষণাৰ নামত প্ৰশংসা কৰি সুবিধা আদায় কৰা, অভিভাৱক সকলৰ মনৰ ভাৱ জুখি পেলোৱা, অতিথিবোৰক আমন্ত্ৰণ/নিমন্ত্ৰণ জনাই মঞ্চত উচ্চ স্থান দিয়া, অৰ্থৰ অভাৱত বিহু বিশেষজ্ঞ জনকো গুৰুত্ব নিদিয়া, আদি সৎ-অসৎ আচৰণবোৰে জানো কেতিয়াবা পুৰণি বিহুৰ ঐতিহ্যৰ সম্পৰ্কত চিন্তা কৰি কোৱা সময় পাব? বিহু সুৰক্ষা সমিতিয়ে মধ্যাংশৰ পৰা বিহুক কেন্দ্ৰ কৰি যি সাংবিধানিক নীতি প্ৰস্তুত কৰিছে এয়া অকল সাজ-পোছাক, গীত-মাত, নাচ-গানৰ ওপৰতহে গুৰুত্ব আৰোপ কৰা দেখা গৈছে। আচলতে প্ৰকৃতিৰ লগত ওতঃপ্ৰোতভাৱে জড়িত উৎসৱটিক পুৰস্কাৰৰ বাবে দায়বদ্ধ কৰাটো অভিজ্ঞসকলে বিহুৰ পৰম্পৰা ঐতিহ্য ৰক্ষাৰ ক্ষেত্ৰত সুৰক্ষা কমিটিয়ে বিহু বলীয়া অসমীয়া ৰাইজলৈ কি উপদেশ দিব? সুৰক্ষা সমিতিৰ সূত্ৰবোৰে প্ৰাকৃতিক চৰিত্ৰ থকা উৎসৱটিক যি কাৰণতেই ৰূপান্তৰ নঘটাওক সময়োপযোগী মানসিকতাৰ বাহিৰে সাতামপুৰুষীয়া পৰম্পৰা ঐতিহ্য ৰক্ষাৰ বাবে অঘোষিত আন্দোলনৰ প্ৰয়োজনীয়তা আছে বুলি ভবাৰ লগতে সমাগত দিনবোৰৰ ম্লানিত ঐতিহ্যবোৰ পুনৰুদ্ধাৰৰ স্বাৰ্থত জাতীয় আন্দোলন এটাৰ সম্ভাৱনীয়তাক নৱ-প্ৰজন্মই বিশ্লেষণৰ গতিলৈ আনিব বুলি ভাবেনে?

পৰিসমাপ্তিত বিহুৰ পৌৰাণিক ঐতিহ্য ৰক্ষাৰ বিষয়টোত দেখা যায় "Everybody is responsible, nobody is responsible" বুদ্ধিজীৱি, শিক্ষাবিদ, গৱেষক, সমাজসেৱক, বিষয়-কৰ্মচাৰী আৰু বিহুবলীয়া অসমীয়া ৰাইজ সকলোৱে একত্ৰিত মানসিকতাৰে বিষয়টোৰ ওপৰত আলোকপাত কৰি বিজতৰীয়া গতানুগতিকতাৰে অনিয়ন্ত্ৰিত গতিত উদ্‌যাপিত ও পৰিচালিত ৰীতি-নীতিবোৰক নিয়ন্ত্ৰণৰ বাবে অনুৰোধ জনোৱাৰ লগতে ম্লান হ'ব খোজা অৰ্থাৎ সংকটৰ গৰাহত পৰিব খোজা তাহানিৰ ঐতিহ্যবোৰক গুৰুত্ব দি বিহুৰ প্ৰাকৃতিক চৰিত্ৰক আগত মানি অহাৰ দৰে পালন কৰাৰ মানসিকতা হিয়াবোৰত হৃদয়ঙ্গম কৰিব পাৰিলে কোনো কাৰণতেই সংকটৰ গৰাহত পৰি বিহু বিজতৰীয়া হ'ল বুলি সমালোচনা কৰাৰ অৱকাশ নাথাকিব। বাণিজ্য পৃথিৱীত কোনো উৎসৱ-পাৰ্বণ বাণিজ্যিক মানসিকতাৰ আশ্ৰয় গ্ৰহণ নকৰিলে সাংস্কৃতিক দিশবোৰ প্ৰতিফলন ঘটাত বাধা পাই যদিও বেপেৰুৱা মনোভাৱে বিজতৰীয়া সৃষ্টিত ইন্ধন যোগায়। সাৱধানতা, মনোযোগিতা, দৃঢ়তা আদি উপাদানবোৰে ঐতিহ্য ম্লানৰ বিষয়ত নজৰ দিয়ে আৰু ভৱিষ্যতে হ'ব পৰা সকলো ধৰণৰ সংকটৰ আশংকাৰ পৰা সুৰক্ষা দি থাকে। বিহুৱাসকলে গাই—

বিহু থকা মানে বিহু বুলিবা
নাথাকিলে বুলিবা কাক? ■

# বিহু আৰু বিহুৰ সৌন্দৰ্যবোধ

গোপাল হাতীবৰুৱা

প্ৰকৃতিৰ অনুপম সৌন্দৰ্যবোধ, আৱহমান কালৰপৰা জন-জীৱনৰ সতে চিৰন্তন হৈ আছে। বিহু এনে চিৰন্তন আনন্দৰ উৎস। ঋতুকেন্দ্ৰিক ভাৱে ইয়াৰ জাগৰণ সৃষ্টি হয়। আনন্দ, উন্মাদনা আৰু উপভোগৰ উপেক্ষাত মন প্ৰাণ উত্ৰাৱল হৈ পৰে। বিহুৰ সৌন্দৰ্যই সকলোকে আমনি কৰে। প্ৰকৃতি জগতখন ন-সাজত প্ৰকাশ পায়। পৰিৱৰ্তনৰ ইঙ্গিতে ৰ'ব নোৱাৰা কৰে। সৃষ্টিৰ এই পৰম ৰহস্য অনুভৱ কৰা বৰ টান। কৃষি শস্যৰ ধাননি পথাৰ, পৰিপূৰ্ণ ভোগৰ সম্ভাৰ আৰু আনন্দৰ মহামিলন ঈশ্বৰৰ সৃষ্টি আৰু বতৰকেন্দ্ৰিক।

চাই থাকোতেই পৰিৱৰ্তন। শীতৰ ঠেঁটুৱৈ ধৰা জাৰ পচোৱা বতাহৰ ঢালত আঁতৰি যোৱাৰ লগে লগে প্ৰকৃতিৰ বুকুত পুনৰ পৰিৱৰ্তন ঘটে। ঋতুৰাজ বসন্তৰ ভৰ যৌৱন হয়। চ'ত মাহৰ ফৰকাল বতৰৰ, মনৰ উন্মাদনা। ধাননি পথাৰ, নৈৰ পাৰ, বৰ আঁহতৰ তল, ফুটুকানিৰ কাষবোৰ চাফা হৈ পৰে। এয়া প্ৰকৃতিৰ বিনন্দীয়া স্বৰূপ।

সঁচাকৈ চ'তৰ (বসন্তৰ) আগমনে মনবোৰ ইফাল সিফাল কৰে। ঢাপৰ কেতেকী ফুল, বালিমাহী চৰাইৰ লুকাভাকু, লঠঙা গোহোঁৰা ডালত কপৌ ফুলৰ সৌন্দৰ্য, কুলি কেতেকীৰ ইননি-বিননি, কুমলীয়া নাহৰ পাত, কেঁচা পাতৰ কপনি— ডেকা গাভৰুৰ মনবোৰ ৰ'ব নোৱাৰা হয়গৈ। চিঞৰি উঠে— 'চ'ত পালেহি ঐ ৰাম।' গভীৰ বেদনা আৰু উৎকণ্ঠাৰ মাজতো বিভিন্ন যা-

যোগাৰৰ প্ৰস্তুতি আৰম্ভ হয়। ঢোলত ধিনিকি, পেঁপাত টিহিতি, ৰজন জনাই যোৰা মাতৰ তালত, ডেকা-গাভৰু, বিহুৱা-বিহুৱতীয়ে ঢাপলি মেলে। আনকি ষাঠি দশকৰ বয়সীয়াৰো আনন্দৰ সীমা নাইকীয়া হয়। সঠিক দিনটোলৈ ডেকা-গাভৰুৱে আকৌ মনত পেলাই—

"বিহুলৈ কেইদিন আছে?
উজনি নামনি মাৰো দেওধ্বনি,
বিহুলৈ বাৰদিন আছে।"

এই কাৰণে সোঁৱৰে, যাতে দিনবোৰ অথলে নাযায়। আমাৰ মিলনক কোনেও নষ্ট কৰিব নোৱাৰে। গা ৰমে ৰমাই, দেহা টনে টনাই, তোক কাহানিকৈ পাওঁ— এই গভীৰ ভাৱনাত সোমাই পৰে। আহ্বান জনাই-"তুমি ক'লৈ যোৱা মোকো লৈ যোৱা।" জন মানসত এই অকৃত্ৰিম ভালপোৱাৰ প্ৰকাশ ঘটাই। কৈ পেলাই, মনে নামানে—'ঐ বিহু মাৰি থাকিবৰ মন।' কমোৱা তুলাবোৰৰ দৰে উৰি যায়, ভাগৰি নপৰালৈকে।

প্ৰকৃতিৰ এই পৰিৱৰ্তিত পৰিৱেশে আশাৰ ৰেঙনি কঢ়িয়াই আনে। ক'লৈ যাম কি কৰিম লাগে। অবুজ বেদনাই হুৰা হুৰে কন্দুৱাই। মনক সংযত কৰি ডেকা-গাভৰুৱে প্ৰকাশ কৰে—

"নোৱাৰো থাকিব ঐ....
দেহত নাই তৰণি
কোনে লগাই যাব মাত।

সঁচাকৈ বিহুৰ সৌন্দৰ্য মহান। বিহু অসমৰ প্ৰাণ, আয়ুসৰেখা, হিয়াৰ আমঠু। ভৰ যৌৱনৰ প্ৰতিচ্ছবি। অপসংস্কৃতিৰ গ্ৰাসত পৰি আমি যাতে হেৰাই নাযাওঁ, শদিয়াৰ পৰা ধুবুৰীলৈকে ভাবি চাবৰ হৈছে।■



# বিহুগীতত সাহিত্যৰ সৌন্দৰ্য

সঞ্জীৱ উপাধ্যায়

'অতিকৈ চেনেহৰ মুগাৰে মহুৰা, তাতোকৈ চেনেহৰ মাকো,
তাতোকৈ চেনেহৰ ৰঙালী বিহুটি, নেপাতি কেনেকৈ থাকো।'

সংস্কাৰমূলক কৰ্মসমূহেই হ'ল সংস্কৃতি। সংস্কৃতিয়ে একোটা জাতি সম্প্ৰদায়ক আগুৱাই নিয়াত সহায় কৰে। বিহু অসমৰ সকলো মানুহৰে সংস্কৃতি আৰু জাতীয় উৎসৱ। ফাগুনত কমোৱা তুলাৰ দৰে উৰিব খোজা মন চ'তত ৰ'ব নোৱাৰা হয়। চ'ততে আৰম্ভ হোৱা বিহু চ'ততে, ব'হাগৰ বিহুৰ উৰুকাৰ দিনা শেষ হয়। প্ৰকৃতিৰ দৃশ্য মনোমোহা। মনৰ আনন্দত ডেকা-গাভৰুৰ মনৰ দুৱাৰ খুলি আপোনা-আপুনি মনৰ ভাৱ প্ৰকাশ কৰিবলৈ বিহুগীত মুখেদি ওলাই আহে। এই লোক সংস্কৃতিৰ লোকগীত আৰু বিহুগীতখিনি সাহিত্য জগতৰ অমূল্য সম্পদ। গৃহস্থৰ চোতালত আৰু মুকলি আকাশৰ তলত গোৱা বিহুনামেই বিহুগীত। এই বিহুগীতত প্ৰকৃতি প্ৰেম, ডেকা-গাভৰুৰ প্ৰেম, চেনেহ থকাৰ উপৰি তৰু-তৃণ, চৰাই-চিৰিকতি, পাহাৰ-পৰ্বত, নদ-নদী, ঠাইৰ নাম আদি উল্লেখ পোৱা যায়। বিহুগীতত শব্দৰ অপূৰ্ব সমাহাৰ দেখিবলৈ পোৱা যায়। এয়াই সাহিত্য আৰু আনফালে একতাৰ অপূৰ্ব দৃশ্য। অসমৰ এই বিমল নৈসৰ্গিক শোভা বিহুগীত আৰু বনঘোষাত বৰ সুন্দৰকৈ প্ৰকাশ হয়। বসন্তৰ পৰশত বাৰে বৰণীয়া নুফুলা ফুলে নিজে নিজে শিপা ধৰাৰ নিচিনাকৈ অসমৰ ডেকা-গাভৰুৰ মনৰ জেওৰাখন ভাঙি প্ৰণয়ৰ শিপা মেলে।

বিহুগীতত অসমীয়া সমাজৰ চিত্ৰও প্ৰতিফলিত হয়। “পানীনো খাবলৈ বাটি নাইকিয়া আৰু নাইকিয়া পাত, তোকে আনিবলৈ ধনে নাইকিয়া আৰু দিনচেৰেক থাক।” এই গীতত দুখীয়া সমাজৰ চিত্ৰ প্ৰকাশ পাইছে। ভোকত পিঠাগুৰি খোৱা আৰু নদন-বদনৰ সময়ত মানিকি মধুৰী ধানৰ ভাতৰ লগত মাছৰ জালুক জ্বলা আঞ্জা খোৱাৰ প্ৰচলন। পিন্ধন উৰণতো অসমীয়া সমাজৰ ৰুচি-অভিৰুচি আনতকৈ সুকীয়া। গাভৰুৱে ডেকাক দিয়া ‘মাজে শেল দিয়া’ বা ভমকা ফুলীয়া, বাবৰি বচা বিহুৱান যাঁচে। এইবোৰ বিহুগীতৰ মাধ্যমেৰে প্ৰকাশ পায়। গাঁৱলীয়া তথা ঘৰুৱা অভিজ্ঞতা এইবোৰ বিহুগীতৰ মাধ্যমেৰে প্ৰকাশ পায়। গাঁৱলীয়া তথা ঘৰুৱা অভিজ্ঞতাবোৰো বিহুগীতত সুন্দৰভাৱে বৰ্ণনা কৰিছে। কানীয়া-ভঙুৱালৈ গ'লে কি বিলৈ হয়— সেই কথা ভুক্তভোগীয়ে জানে। গীতত আছে— “কানীয়ালৈ নাযাবি কানি দিব লাগিব মাজি। কানি তিতা মাৰোতে পিঠা দিব লাগিব তাকো দিব লাগিব ভাজি।” এই গীতৰ যোগেদি আনকো সতৰ্ক কৰি দিছে। বিহুগীতত যৌৱনৰ আৰু পীৰিতিৰ যৌন আকাংক্ষা প্ৰকাশ প্ৰায়েই দেখিবলৈ পোৱা যায়। ডেকা-গাভৰুৰ মুখৰপৰা নিগৰি ওলোৱা গীতবোৰেই আদি ৰস। গীতত সুন্দৰকৈ বিপ্ৰলম্ভৰ পূৰ্বৰাগ প্ৰকাশ পায়। মিলন হোৱা আগৰ অৱস্থাক বিপ্ৰলম্ভ বোলে। বিপ্ৰলম্ভৰ চাৰিটা ভাগে পূৰ্বৰাগ, মান, প্ৰৱাস আৰু কাৰুণ্য। নায়ক-নায়িকাৰ পৰস্পৰ ৰূপ-গুণাদি দৰ্শন বা শ্ৰৱণৰ পৰা যি অনুৰাগ জন্মে— তাক পূৰ্বৰাগ বোলে। যেনে ঃ

শুনিয়া কন্যাৰ হেন কথা নাৰায়ণ।
তেতি ক্ষণে পাইবো উত্ৰাৱল কৰে মন।।
হৃদয়ত পীড়ে মদনৰ পঞ্চবান।
ৰাত্ৰিদিনে ৰুক্মিণীক কৰন্ত ধিয়ান।
তেহেন্তেহে হৈব মোৰ ভাৰ্যা প্ৰাণেশ্বৰী।
কোনো বুদ্ধি পাইবো আবে ৰুক্মিনী সুন্দৰী।।
নাহি সুখ শান্তি মনে নুৰুচয় ভাত।
উগুল-থুগুল নিদ্ৰা নাসন্তে নিশাত।।”

বিহুগীতত বিপ্ৰলম্ভৰ পূৰ্বৰাগৰ উদাহৰণ প্ৰচুৰ—

তোমাৰ বাৰীতে কলাপাত কাটিলো,
আগলি আগলি চাই।
বিহুৰ তলিতে তোমাক বাচি ল'লো
কঁকাল খামুচীয়া পায়।।
দেখিবলৈ শুৱনি তোমাৰ বুকুখনি
কুমলীয়া তামোলৰ থোক।
মিচিকিয়া হাঁহিটি লাহৰি ওঁঠতে
কোন স'তে এৰি যাম তোক।।

লোক সাহিত্য আৰু জতুৱা খণ্ডবাক্যসমূহৰ সম্বন্ধটো কিছু ওচৰ চপা। কোনো নীতি কথা শিকাবলৈ নতুবা কোনো উদাহৰণ দিবলৈ জতুৱা ঠাচ, খণ্ডবাক্যসমূহৰ ব্যৱহাৰ কৰা হয়। তাতে আকৌ উপদেশ বুজাবৰ বাবে এটা তুলনা থাকে। এই তুলনাই ভাষা সাহিত্যৰ সৌন্দৰ্য দুগুণে বৃদ্ধি কৰে। বিহুগীতৰ চহা গায়কে বিহুগীতত জতুৱা ঠাচ বৰ মনোৰমকৈ প্ৰয়োগ কৰিছে। যেনে— ‘চল চাই কঠীয়া পৰা’ মানে স্থান-পাত্ৰ বুজি বা ছেগ বুজি কোনো এটা কাম কৰা। ছেগ বুজি কাম কৰিব নোৱাৰিলে বহুত সময়ত বিপদত পৰিব পাৰে। বিহুগীতত জতুৱা ঠাঁচৰ ব্যৱহাৰ এইদৰে কৰিছে—

*“চল চাই কঠিয়া পাৰিবা কলিয়া*
*বঁটাত নিসিঁচিবা ধান।*
*সমনীয়াৰ আগত ফালি কথা নক'বা*
*ই কথা পাবলৈ টান।।”*

সংস্কৃতত “মুনিনাঞ্চ মতিভ্ৰমঃ” বুলি কথা

এষাৰ আছে। তাকে আমি "হস্তিৰো পিছলে পাও সজ্জ নৰো বুৰে নাও।" —বুলি কওঁ। গৃহস্থৰ চোতালত বিহু মাৰোতে কিবা দায়-দোষ লাগিব পাৰে বুলি বিহুগীতত ডেকাই গৃহস্থৰ ওচৰত ক্ষমা খুজিছে এইদৰে—

*"পৰ্বতৰ ঢেকীয়া চিৰিলিপতীয়া*
*মেকুৰী কৰিবৰ মাও।*
*এইবাৰৰ দায়-দোষ ক্ষমিবা দেউতা*
*হস্তিৰো পিছলে পাও।।"*

জতুৱা ঠাঁচৰ লগতে বিহুগীতত খণ্ডবাক্য প্ৰয়োগো উল্লেখযোগ্য। সৰিয়হ পিছলা, কথাৰ লাচ, আৰু খোপনি ধৰা— এই খণ্ডবাক্য তিনিটি বিহুগীতত এইদৰে প্ৰয়োগ হৈছে—

*"কাহঁৰে বাটিতে সৰিয়হ পিছলে*
*নিয়ৰত পিছলে ভৰি।*
*কথাৰ লাচতে কথাটি পিছলে*
*কথাতে খোপনি ধৰি।"*

পুৰণি কালত বিহুগীতৰ ৰচক কবি সাহিত্যিক নহয় যদিও গীত ৰচনাত শব্দালংকাৰ আৰু অৰ্থালংকাৰৰ প্ৰয়োগ কৰিছে। কেৰুমণি পিন্ধি এগৰাকী নাৰী যিদৰে সৌন্দৰ্যময়ী হয়, তেনেকৈ শব্দ আৰু অৰ্থৰ দ্বাৰা সাহিত্যৰ শোভা বৃদ্ধি হয়। কেৰুমণি নাৰীৰ অলংকাৰ, অৰ্থ-শব্দ সাহিত্যৰ অলংকাৰ। শব্দালংকাৰৰ আকৌ অনুপ্ৰাস, শ্লোযোলংকাৰ, পুনৰুক্ত বদাভাষ, কাকু, বক্ৰোক্তি, সাঁথৰ, দিষ্টন, চিত্ৰালংকাৰ আদি ভাগত ভাগ কৰা হৈছে। বিহুগীতত শব্দালংকাৰৰ প্ৰয়োগ মন কৰিবলগীয়া।

*"ধনক ধনে কৰি ধনকে ঘটিলা পৰম যতন কৰি।*
*ধনে যাব চলি দেহা গ'ল পিছলি গ'ল দুচালি খৰি।।"*

বিহুগীতত বিদ্ৰুপ, বকোক্তি, বক্ৰোক্তিৰ উদাহৰণো লোক কবিৰ বিহুগীতত, বনঘোষাবিলাকত উভৈনদী হৈ আছে। সেইদৰে বিহুগীতবিলাকত অৰ্থালংকাৰৰ ভিতৰত উপমা আৰু ৰূপকৰ ব্যৱহাৰ বেছি। গীতসমূহত ডেকা-গাভৰুৰ শাৰীৰিক সৌন্দৰ্য আৰু প্ৰাকৃতিক সৌন্দৰ্য তুলনাতেই উপমাবোৰ সজীৱ হৈ উঠিছে। হিয়াৰ চেনেহ যাচিবলৈ যাওঁতে বিহুগীতত ডেকা-গাভৰুৱে উভয়ে উভয়ৰ ৰূপ-লাৱণ্য মনোৰমকৈ বৰ্ণনা কৰিছে। উপমা, অলংকাৰ আদিৰ সহায়ত মধ্যযুগীয় কবিসকলে প্ৰসিদ্ধ লাভ কৰিছিল। কিন্তু জন কবি অথবা চহা কবিসকল নিৰক্ষৰ হৈয়ো আনক অনুকৰণ নকৰাটো যথোচিত উপমাৰ সহায়ত ৰূপ-লাৱণ্য বৰ্ণনা কৰিছে। ছন্দোবদ্ধভাৱে ৰূপ দিব পৰা বিৰল দক্ষতাৰ অপূৰ্ণ মিলনৰ নিদৰ্শন আছে।

*"ঘৰতো নবহে মন সমনীয়া পথাৰতো নবহে মন।*
*কমোৱা তুলাবোৰ যেনেকৈ উৰিছে তেনেকৈ উৰিবৰ মন।"*■



# অসমীয়া সংস্কৃতিত বড়ো কছাৰীৰ বিহুৰ ৰূপদান

লীলাৰাম স্বৰ্গীয়াৰী

বিহু শব্দৰ উৎপত্তিগত থল কৃষিজীৱী জনগণৰ উৰ্বৰা বিশ্বাসৰ ভেটিত প্ৰতিষ্ঠিত হ'লেও বিহু উৎসৱৰ পৰম্পৰা অতি পুৰণি। বিহু শব্দৰ উৎপত্তি বিষুৱ বুলি ধৰিলেও অষ্টিক সংস্কৃতিয়ে বিস্তাৰ লাভ কৰা সময়ৰ পৰাই পূৰ্বাঞ্চলত সম্ভৱত বিহু সংস্কৃতিৰ উৎপত্তিগত থল বুলি ধৰিব পাৰি। সংস্কৃত শব্দৰ বিষুবৰ পৰা বিহু উৎপত্তি হৈছে বুলি বিহুৰ বিশেষজ্ঞসকলে মত পোষণ কৰিছে। বিষ্ণু প্ৰসাদ ৰাভাদেৱৰ মতে— 'বিহু শব্দটো দুটা বড়ো মূলীয় শব্দৰ সমষ্টি আৰু ই দিয়া লোৱাৰ উৎসৱ। 'বি' মানে মাগা বা খোজা আৰু 'হো' মানে দিয়া। ড° নিৰ্মল প্ৰভা বৰদলৈয়ে কাব্যিক ভাষাৰে এনেদৰে লিখিছে— 'বিহু' অসমীয়া সমাজৰ পথৰুৱা আজৰিৰ উৎসৱ। পথাৰকেন্দ্ৰিক বিশ্বাসৰ উৎসৱ।

সাংস্কৃতিক সমন্বয়ৰ বাহক স্বৰূপ বাৰে ৰহণীয়া বিহুৱে বিভিন্ন ৰূপ ধাৰণ কৰি প্ৰতিটো জাতি, উপ-জাতিৰ মাজত ভিন্ন ৰূপ দান কৰি আহিছে। জনগোষ্ঠীয় লোকসকলৰ ভিতৰত বড়ো কছাৰী লোকসকলে বিহুক বৈছাগু নামেৰে অভিহিত কৰি ব'হাগ বিহুত অসমীয়া লোকাচাৰক আদৰি গৰুৰ গাত মাহ, হালধি ঘঁহি গা ধুৱাই লাউ, বেঙেনা, দীঘলতি, মাখিয়তী পাতেৰে কোবোৱা ৰীতি-নীতি আৰু পৰম্পৰা অটুট ৰাখি আহিছে। ব'হাগ বিহুত বড়ো

কছাৰীসকলৰ বৈশাগুত বিহুৰ পৰম্পৰা পৰিস্ফুট হৈ উঠে। বড়ো কছাৰীসকল লোকাচাৰৰ সম্পৰ্কতো সচেতন। এওঁলোকে অসমীয়া পৰম্পৰা অনুসৰি গৰু বিহুৰ দিনা গৰুৰ শিং আৰু খুড়াত সৰিয়হৰ তেল দি লাউ-বেঙেনাৰ ছাট মাৰে আৰু গৰুক গা-পা ধুৱাই বড়ো কছাৰীসকলে গায়—

'লাউ খা, ফাণ্ঠাও খা,
বৌচোৰ বচৌৰ এৰহানজা হানজা,
নোংটৌৰ জাগ'ন হালুৱা
গি্দৰ ৰিনা পায়দে বদি হাজা,
কৰি খোলনি এম্বুৰং গৌলা,
বিবাদি জা, গিদিৰ জং গৌলা।।

বিহু প্ৰধানকৈ কৃষি প্ৰধান উৎসৱ। আদিম জনগোষ্ঠীয় সংস্কৃতিৰ উৎসৱৰ ভেটি গঢ়ি উঠিছে অসমীয়া বিহু উৎসৱৰ পৰাই। বড়োৰ আদিমতম কৃষি ভিত্তিক উৎসৱ হৈছে বিহু। বড়োসকলে ব'হাগ বিহুক বৈশাগু বিহু, কাতি বিহুক *খাথি দমাজি* আৰু মাঘ বিহুক *মাগৌ দমাছি* বুলি কয়। প্ৰকৃতিৰ সুবাস সনা সহজ সৰল কৃষিজীৱী মানৱৰ তিনিটা বিহুৱেই প্ৰধান উৎসৱ।

সমগ্ৰ বিশ্বতে আদিম যুগত মানৱে স্থায়ীভাৱে বসবাস কৰিবলৈ লোৱাৰ পৰাই কৃষি-কৰ্ম আৰম্ভ হ'ল আৰু কৃষি কাৰ্যক লৈয়েই উৎসৱ-পাৰ্বণ পতাৰ আৰম্ভ হ'ল। বড়োসকলে কৃষি ভিত্তিক উদ্‌যাপন কৰা *'ৰংজালী বৈশাগু'* ৰঙালী বিহু দুই ৰকমে পালন কৰি আহিছে।

বড়োসকলে চ'তৰ সংক্ৰান্তিত *মৌছৌ ছান* অৰ্থাৎ গৰু বিহু পালন কৰে। কৃষিজীৱী ৰাইজৰ প্ৰধান আহিলা হিচাবে পৰিগণিত হোৱা গৰুক হিন্দু ধৰ্মৰ ৰীতি-নীতি মতে পূজা-অৰ্চনা কৰে গৰু বিহু দিনটোতে। সেয়ে বড়োসকলৰ পৰিয়ালৰ সকলোৱে দোক্‌মোকালিতে শোৱাৰ পৰা উঠি আগদিনা যোগাৰ কৰি থোৱা মাহ, হালধি, লাউ, বেঙেনা ডোখৰ ডোখৰ কৰি কাটে আৰু বাঁহৰ শলাৰে কেইবাডালো মালা গাঁঠে। গৰু ম'হক সৰিয়হ তেল লাউ পাতৰ লগত *হাণ্ডিৰ* (ভাতৰ চৰুৰ তলত লাগি থকা এঙাৰ) চাঁচি একেলগে পিহি মিহি কৰি লয়। পাছত তিনিডাল তৰা একেলগে বান্ধি পিহি লোৱা বস্তুখিনি ঘঁহি লৈ গৰু ম'হৰ গাত চবকা-চবকিকৈ চাব মাৰি দিয়ে। গৰখীয়াৰ লগতে ডেকা চামে গোহালিৰ পৰা গৰু উলিয়াই নি বিল, জান, জুৰিলৈ দীঘলতি আৰু মাখিয়তীৰে কোৱাই লৈ যায়। সেই সময়ত বড়োসকলে গায়—

*'দীঘলতি লাতথি মৌছানি মুলি দুকালি জাগানৈ গাই*
*যুবিলি দীঘলতি লাতথি থ্ৰি থ্ৰি গাষ্ঠী*
*জাংনি মৌছৌৱা জাগানি বলদ জাথি*
*জানায় নতী পাইতে হোমফ্ৰা*
*খাৱলা জাগৌন ফালিনী বেহেৰা।'*

ইয়াৰ অৰ্থ হ'ল দীঘলতিৰ এছাৰি গৰু ম'হৰ ঔষধ। দীঘলতিৰে গাই গৰুক কোবালে গাই গৰু খীৰতী হয়। দীঘলতিৰ ঘন ঘন গাঁঠি থকা হেতু দীঘলতিয়ে কোবালে গৰু বলদ জাতৰ হয়। দীঘলতি, মাখিয়তী, তৰা আদিয়ে গৰু ম'হক কোবালে গৰু ম'হৰ শৰীৰত থকা সকলো বেমাৰ আজাৰ দূৰ হয়। বেমাৰ আজাৰ দূৰ হোৱাৰ উপৰি গাই গৰু খীৰতী হয় বুলি বড়োসকলে বিশ্বাস কৰাৰ লগতে গৰু বিহুত এই লোকাচাৰ পালন কৰি আহিছে। গৰু ম'হক হাবিত এৰি দিওতে বাঘ, সিংহ আদি হিংস্ৰ জন্তুৱে যাতে আক্ৰমণ কৰিব নোৱাৰে নাইবা কোনো ধৰণৰ মাৰি মৰক লম্ভিব নোৱাৰে— তাৰ বাবেই গৰু ম'হৰ প্ৰতি এনে ব্যৱস্থা গৰু বিহুৰ দিনা পালন কৰে। গৰু ম'হক গা ধুউৱা সময়ত ব্যৱহাৰ কৰা লাউ বেঙেনা ডোখৰ ডোখৰকৈ কাটি লৈ বাঁহৰ শলাত গাঁঠি লোৱা শলাবিলাক গৰখীয়াসকলে ইজনে সিজনৰ লগত সাল

সলনি কৰি লয়। ইয়াৰ কাৰণ হ'ল— কাৰোবাৰ যদি সৰু জাতৰ গৰু থাকে; তেন্তে শলাবোৰ সাল সলনি কৰিলে সেই গৰু ডাঙৰ হয় বুলি বিশ্বাস কৰে।

বড়োসকলে *'মৌছৌ ছান'* অৰ্থাৎ গৰু বিহুৰ দিনা গৰু ম'হক গা পা ধুৱাই দিনটোলৈ এৰি দিয়াৰ পাছত গধূলি ঘৰলৈ দীঘলতি, মাখিয়তীৰে কোবাই খেদি অনাৰ লগতে নতুন পঘাৰে বান্ধে। আগতে পঘাবোৰত চোতালৰ উত্তৰ-পূব দিশত থকা বাথৌ বেদীৰ ওচৰত পবিত্ৰ পানীৰে ঠাইডোখৰ মচি-কাচি এখিলা আগলি কলাপাত মাটিত পাৰি তাৰ ওপৰত তামোল-পাণ দি মাটিৰ চাকি জ্বলাই পাতৰ ওপৰত পঘাবোৰ ৰাখে আৰু সৃষ্টিকৰ্তা ভগৱান বাৱাই বাথৌৰ ওচৰত প্ৰাৰ্থনা কৰা হয় —যাতে গৰু ম'হক মাৰি মৰকে আক্ৰমণ কৰিব নোৱাৰে। পাছত পঘাবোৰ সোণ, ৰূপ, তুলসী তিওৱা পানী পঘাবোৰৰ ওপৰত ছটিওৱা হয়। বড়োসকলৰ বিশ্বাস যে তেনে কৰিলে গৰু ম'হ মাৰি মৰকত আক্ৰান্ত হ'ব নোৱাৰে। গৰু বিহুৰ পাছৰ দিনা অসমীয়া সমাজৰ দৰে বড়োসকলেও *মানুহ বিহু* বা *মানছি ছান* পালন কৰে। *মানছি ছানৰ* দিনা পৰিয়ালৰ সকলোৰে শোৱা পাটীৰ পৰা উঠি মহা আনন্দৰে গা ধোৱে। তাৰ পাছত সেৱা আৰু আশীৰ্বাদ-পৰ্ব অনুষ্ঠিত হয়। নিজৰ ঘৰৰ উপৰি ধৰ্মীয় অনুষ্ঠানত গৈ জ্যেষ্ঠজনক সেৱা আৰু জ্যেষ্ঠজনে কনিষ্ঠজনক হিয়া উবুৰিয়াই আশীৰ্বাদ দিয়ে। পৰিয়ালৰ মাক-দেউতাকৰ উপৰি গাঁৱৰ গুৰীয়াল বুঢ়া-মেথা, সন্মানীয় ব্যক্তিসকলক সেৱা আৰু শ্ৰদ্ধা জনায়। বড়ো সমাজত পৰিয়ালৰ স্বৰ্গগামী হোৱা লোকসকলৰ প্ৰতি স্মৰণ কৰাৰ উপৰি আত্মাৰ সদ্গতিৰ অৰ্থে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনায়। অসমীয়া নতুন বছৰৰ দিনটোত বড়ো সমাজৰ আবাল-বৃদ্ধ-বনিতাকে ধৰি সকলো ডেকা-গাভৰুৱে নতুন গামোছা, দখনা আৰু ফুলাম আৰনাই লৈ সাজি-কাছি ওলোৱাটো নিয়ম। বড়োসকলে সুখ-দুখেৰে ভৰা জীৱনৰ মাজতে পুৰণি বছৰক বিদায় দিয়াৰ লগতে নতুন বছৰত বিভিন্ন ৰং-ৰহইচ কৰাটো বড়োসকলৰ এক উৎসৱ বুলি ক'ব পাৰি।

*মানছি ছানৰ* দিনা বড়োসকলে জংঘলৰ পৰা বিচাৰি অনা কেঁহা, টেঙা পাচলিৰ লগত কুকুৰা আৰু গাহৰি মাংস ৰান্ধি গাঁৱৰ সকলোৱে ৰাজহুৱা স্থানত খাই ৰং-ধেমালি কৰে। জীৱনৰ সুখ-দুখৰ কথা পাহৰি আত্মহাৰা হয় ৰং-তামাচাৰ মাজেদিয়েই। খাম, চিফুং, জথা আৰু গগণাৰ চেৱে চেৱে তালে তালে গাঁৱৰ ডেকা-গাভৰু, বুঢ়া-মেথাই জুম পাতি দলে দলে নাচে। প্ৰধানকৈ কৃষিজীৱী বড়োসকলে তেজক পানী আৰু হাড়ক মাটি কৰি কৃষি কামত নিয়োজিত হৈ আহিছে। বড়োসকলে নতুন বছৰৰ কৃষি কৰ্মত পূৰ্বৰ দিনতকৈ অধিক মনোনিৱেশ কৰিব পাৰে। সেয়ে বৈশাগু বীথীৰত প্ৰাণভৰি নাচে আৰু গায়—

*বৈশাগু আই বৈশাগু*  
*বৈশাগু বৈশাগু*  
*বৌথীৰ গৌজামা থাংলায়বায়।*  
*বীথীৰ গৌদানা ফৈলায়বায়।*  
*বৈশাগু আই বৈশাগু*  
*বীথীৰ গৌদাননি বাৰ মৌননানৈ*  
*দৈমা দৈছা বিফাং লাইফাং দাতম দাওচা*  
*ৰংজা যাংবাই হনৈ*  
*পৈদী দিনৈ ফৈদী বয়বী*  
*বীৰাই বুৰৈ ছেংগ্ৰা চিযলা*  
*গথ গথাই ৰংজা দিনি।*

অতীতত বড়োসকলে খাম, চিফুং, জথা, চেৰেজা, থৰথা (টকা) লগত লৈ প্ৰতি ঘৰতে কৰা ৰং-ধেমালি আৰু খোৱা লোৱা কৰি বৈশাগু পালন কৰি আহিছে যদিও বৰ্তমান সেই অৱস্থা নোহোৱা

হৈছে। সেয়ে গীতত গায়—

*ঔৱানি মানজুং জৌং থানায় থাননায়*
*গৌদৌনি দিনা বৌজৌং থাংযৌ*
*অংখামনি আলি বেদৰনি আখায়*
*জৌনি ফলিয়া গৈলিয়া বাজৈ গৈলিয়া।।*

গীতৰ তাৎপৰ্য এনে ধৰণৰ— তাহানিৰ যুগত বাঁহৰ ফণিৰে চুলি আচোঁৰা দিন আজি নাই। ভাতৰ আলি, মাছ-মঙহৰ আখৈ আৰু মদ-পানীৰ পুখুৰী আদিৰ দৰে উপভোগ কৰা দিনো নাই। তদুপৰি বড়ো সমাজৰ ডেকা-গাভৰুৰ মাজত প্ৰেম-প্ৰণয়, মিলন-বিচ্ছেদ, বিৰহ-বেদনা, ভালপোৱাৰ চিন স্বৰূপে ফুলাম গামোছা, ৰুমাল আদি উপহাৰ দিয়াৰ বিৱৰণ গীতত এনেদৰে পোৱা যায়—

*দে লাই বৈছাগু আও হাংসা হাংসানি*
*ফালি গাংছে যোনী লাংকী শ্ৰাদী আদা*
*বে-জৌনীমাও মৌনাব্লাবা,*
*বৈ জৌনীমাও মৌনহৈ থৌংছে।*

বছৰৰ ৰঙালী বিহুত হেঁপাহৰ বিহুৱানখনি লৈ যাবহি ককাই; এই জনমত নাপালেও পাছৰ জনমত আপোনাক পাম বুলি বড়ো বৈছাগু গীতত প্ৰকাশ পাইছে।

সংস্কৃতিৰ পথাৰত বড়োসকলৰ বিভিন্ন নৃত্যই বিভিন্ন মাত্ৰা প্ৰমাণ কৰি আহিছে। নৃত্যসমূহৰ ভিতৰত খেৰাই নৃত্য, বাগ্‌ৰুম্বা নৃত্য, ৰণচণ্ডী নৃত্য, দেওধ্বনি নৃত্য, ঘোঁৰা দৌৰা নৃত্য, নেউল নৃত্যৰ উপৰি মাছ মৰা নৃত্য, বৈশাগু নৃত্য, ধান ৰোৱা নৃত্য, বৰদৈচিলা নৃত্য প্ৰকৃতিগত আৰু ভিত্তিক নৃত্য বুলি ধৰিব পাৰি।

বড়োসকলৰ মাছ মৰা নৃত্যৰ নাচনীসকলে কঁকালত খালৈ আৰু হাতত জাকৈ লৈ বিলত মাছ মৰা ভংগিমাত নৃত্য কৰে। এই নৃত্যৰ মাজেদি বড়োসকলৰ কৃষিজীৱী জীৱন-যাপনৰ ধাৰণা সম্পৰ্কে জানিব পাৰি। বৈশাগু নৃত্যটো কৃষিজীৱী বড়োসকলৰ ডেকা, বুঢ়া, গাভৰু, বৃদ্ধই আনন্দ উপভোগ কৰে। ধান ৰোৱা নৃত্য কৃষি-কাৰ্যৰ লগত সম্পৰ্ক থকা নৃত্য। এই নৃত্যৰ জৰিয়তে নাচনীয়ে কঠীয়া তোলা, কঠীয়া ৰোৱা ভংগিমাত নৃত্য প্ৰদৰ্শন কৰে। বৰদৈচিলা নৃত্য প্ৰকৃতিৰ লগত জড়িত হৈ আছে। যেতিয়া চ'ত, ব'হাগ মাহত অসমত ধুমুহা-ধেৰেকনিয়ে প্ৰকৃতিৰ বুকুলৈ বৰষুণ আনে— তেতিয়াই বৰদৈচিলা অহা বুলি কোৱা হয়।

বড়োসকলে বৰদৈচিলাক *মৌচানায়* বুলি কয়। বড়োসকলৰ বাদ্য *খাম চিফুঙত* প্ৰকৃতাৰ্থত ধুমুহা-ধেৰেকনিৰ শব্দ প্ৰদান কৰে। আনহাতে, হিমালয় পৰ্বতমালাৰ তিৰ্বতত বড়ো-কছাৰীসকলৰ বসতিস্থল। তিৰ্বতক তিবদ্ধ বুলি কোৱা হয়। তিবদ্ধত বাস কৰা লোক সকলেই হৈছে বড়ো।

অতীজৰ পৰাই সকলো অসমীয়াই এক পৰম্পৰা ব'হাগৰ সাত বিহুৰ দিনা সাত শাকী পালন কৰি আহিছে। বড়োসকলেও আজিকালি বাৰীতে ১০১ ডাল শাক তোলে আৰু এই শাক বন খাৰধি হিচাপে ব্যৱহাৰ কৰে। বড়োসকলেও চ'তৰ সংক্ৰান্তিৰ দিনাৰ পৰা ব'হাগ মাহৰ ৬ তাৰিখলৈকে সাত বিহু পালন কৰে। এই সাত বিহু হ'ল ক্ৰমে— গৰু বিহু, মানুহ বিহু, হাত বিহু, চেনেহী বিহু, মাইকী বিহু, ৰঙালী বিহু আৰু চেৰা বিহু। ■

# মেচ কছাৰীসকলৰ বসন্ত উৎসৱ

**ইন্দ্ৰেশ্বৰ নাৰ্জাৰী**

অনৈক্যৰ মাজত ঐক্য অসমৰ সংস্কৃতি। প্ৰতিটো জাতি-জনগোষ্ঠীৰ সুকীয়া কৃষ্টি-সংস্কৃতিৰ সমাহাৰেৰে গঢ়ি উঠিছে বৃহৎ অসমীয়া জাতি। বিভিন্ন জাতি, জনজাতিৰ সমন্বয় সংহতিৰে গঠিত অসমীয়া ফুলনি বাগিচাখনৰ এক অনুপম ফুল স্বৰূপ হ'ল মেচ কছাৰীসকল। মেচ কছাৰীৰ অৱদানেৰে অসমীয়া সংস্কৃতিৰ ভঁৰাল চহকী কৰি তুলিছে।

বসন্তৰ আগমনৰ লগে লগে অন্যান্য জনগোষ্ঠীৰ দৰে মেচ কছাৰীসকলেও ব'হাগ বিহুটো ৰাঙলী উৎসৱ হিচাপে পালন কৰি আহিছে। এই ঋতুত মেচসকলে বসন্ত সবাহ ভক্তিভাৱে, ৰং-ৰহইচেৰে ধুম-ধামেৰে পালন কৰে। বিভিন্ন ঋতুত মেচসকলে পালন কৰি অহা উৎসৱসমূহৰ ভিতৰত বসন্তৰ উৎসৱ ব'হাগ বিহুটো বিশেষভাৱে উল্লেখনীয়।

অন্যান্য জনজাতিৰ দৰে মেচ কছাৰী সকলেও এই উৎসৱ চ'ত মাহৰ পৰাই আৰম্ভ কৰে যদিও চ'তৰ দোমাহী দিনাৰ পৰাহে আনুষ্ঠানিক বিহু আৰম্ভ কৰে। প্ৰথম দিনা গৰু বিহু। সেইদিনা পুৱাতে মাহ-হালধিৰে গৰুক গা ধুৱাই মাখিয়তী, দীঘলতি পাতেৰে কোবোৱাৰ লগতে লাও-বেঙেনাৰ ছাট সাজি *'লাও খা বেঙেনা খা বছৰে বছৰে বাঢ়ি যা'* মন্ত্ৰেৰে গৰুকেইটাৰ মঙ্গল কামনা কৰে। ব'হাগৰ প্ৰথম দিনা মানুহৰ বিহু। সেইদিনা পৰিয়ালৰ বয়সীয়াল লোকক সেৱা কৰি আশীৰ্বাদ লয়। অতিথিক বিভিন্ন জা-জলপান, পিঠা-পনা আদিৰে আপ্যায়ণ কৰে। দ্বিতীয় দিনাৰ পৰা হুঁচৰি

বিহু আৰম্ভ কৰে। এই হুঁচৰি বিহুক মেচকছাৰীসকলে *“মাগন বিহু”*বা *“ভিক্ষা মাগা বিহু”*বুলিও কয়। হুঁচৰি বিহুত গাঁৱৰ ডেকা-গাভৰু, বুঢ়া-বুঢ়ীসকলে যাম (ডাঙৰ ঢোল) ঢোল, পেঁপা, তাল, কৰতাল, তৰকা (তকা) চিফুং (বাঁহী) আদি লৈ বিভিন্ন নৃত্য প্ৰদৰ্শন কৰে। যেনে— জাকৈ নৃত্য, মাগন নৃত্য, বৈচাঙী নৃত্য, নেউল নৃত্য আদি। মাগন নৃত্যত মেচসকলে গোৱা গীত হৈছে যেনে—

*ইয়াৰ গিৰি ক'ত গ'ল চৰাই হাল বায়,*
*ভিক্ষা দিয়াৰ দৰতে বেৰা ভঙলাই চায়,*
*হুৰই হুৰই হুৰই ৰাঙলী...।*

সাত দিনৰ পিছত 'হাদোংগা' (গাঁৱৰ মুৰব্বী)ৰ ঘৰত বা নদীৰ পাৰত গৈ ভোজ-ভাত খাই বিহু গাই সমাজে বিহু উৰুৱাৰ নিয়ম আছে। অসমৰ প্ৰতিখন জিলাতে মেচসকল থাকিলেও এওঁলোকৰ মূল বাসভূমি আছিল গোৱালপাৰা জিলা আৰু হিমালয়ৰ পাদদেশ অঞ্চল। এওঁলোকে মহাভাৰতৰ ভীম হিড়িম্বা আৰু যযাতিৰ বংশধৰ বুলি কয়। আচলতে এওঁলোক বড়ো মঙ্গোলীয় জনগোষ্ঠীৰ লোক। বৰ্তমান মেচ কছাৰীসকল হিন্দু ধৰ্মাৱলম্বী হ'লেও তেওঁলোকৰ ধৰ্ম পদ্ধতি নিয়মাৱলীত আদিম ধৰ্ম বাথু, বাথৌ আৰু নৱবৈষ্ণৱ ধৰ্মৰ কিছু প্ৰভাৱ আছে। মেচসকলৰ প্ৰধান উৎসৱ হ'ল বিহু। ঘাইকৈ বছৰেকত তিনিটা বিহুৱেই পালন কৰে। তদুপৰি ঠাই বিশেষে বাথৌ পূজা, ডাঙৰীয়া পূজা আদি পালন কৰে। সাজপাৰৰ ক্ষেত্ৰত মেচ কছাৰীৰ সমাজত যিকোনো সামাজিক কামত যোগদান দিবলৈ অহা পুৰুষসকলে সেউজীয়া-হালধীয়া ৰঙৰ বহল ধুতি বা ডাঙৰ গামোচা, দীঘে দীঘে তিনিটা পটি কৰি ঘৰত বোৱা ৰঙীন গামোচা ডিঙিত ল'ব লাগে আৰু এড়ি বা মুগা সূতাৰ হাফ চোলা (বুস্তা) পৰিধান কৰিব লাগে। তিৰোতাসকলে ঘাইকৈ চাদৰ মেখেলা, বুকুত মৰা থিনথাই পিন্ধিব লাগে।

মেচসকলে বিভিন্ন হাবিৰ লতা, বন শাক আদিৰ আঞ্জা খাই ভাল পায়। পিঠাগুৰি, শুকোটা তিতা, মাছ-মাংস আদি সকলো খাদ্য তেওঁলোকে ব্যৱহাৰ কৰে। মেচসকলে বৰ্তমান অসমীয়া ভাষা কয়। পুৰণি থলুৱা বড়ো ভাষাৰ লগতে মেচ ৰজাসকলৰ দিনত প্ৰচলিত কামৰূপী ঠাঁচৰ কথিত ভাষা ঘৰুৱা সমাজত প্ৰচলিত হৈ আছে।

মেচ কছাৰীসকলে অসমৰ বিভিন্ন জাতি-জনগোষ্ঠীৰ মাজত সংহতি সমন্বয় আৰু ভাতৃত্ববোধৰ সমাহাৰ ঘটাব বিচাৰিছে। গতিকে, সকলো জনগোষ্ঠীয়ে সংহতি বুজা-পৰাৰে সহাৱস্থান কৰিব লাগে। সকলো জনগোষ্ঠীৰে যাতে অস্তিত্ব বিপন্ন নহয় তাৰ বাবে এক সুস্থ ৰাজনৈতিক বাতাবৰণ সৃষ্টি কৰিব লাগিব। *'মেচ'* জনগোষ্ঠীৰ দৰে লোকক বচাবলৈ হ'লে চৰকাৰৰ সুস্থ নীতিয়ে অসমীয়া সমাজ জীৱনক সুন্দৰভাৱে আগুৱাই নিয়াত অৰিহণা যোগাব। অসমৰ প্ৰতিটো জাতি-জনগোষ্ঠীৰ লগতে মেচ কছাৰীসকলৰ লক্ষ্য আৰু উদ্দেশ্য সফল হোৱাৰ কামনা কৰিলো।।■

# শিমলুগুৰিত জেং বিহু ঃ এক অৱলোকন

ৰবী বৰগোহাঁই কোঁৱৰ

০.১. প্ৰস্তাৱনাঃ

বসন্ত ঋতুত অলংকাৰ স্বৰূপে জিলিকি উঠা উৎসৱটোৱেই হ'ল আমাৰ বাপতি সাহোন ব'হাগ বিহুটি। ই কেৱল প্ৰকৃতিৰ বুকুতেই নহয়— আমাৰ মনলৈও কঢ়িয়াই আনে আনন্দৰ উন্মাদনা, হাঁহিৰ সঁফুৰা আৰু নতুন দৃষ্টিৰ প্ৰচুৰ সম্ভাৱনা...। নীতিগত দিশত ব'হাগ বিহু সাত দিনৰ ভিতৰতেই শেষ কৰাটো নিয়ম। কিন্তু চহা অসমীয়াৰ আনন্দৰ জোৱাৰ সপ্তাহ দিনতেই জানো শেষ হয়! সম্প্ৰতি সমগ্ৰ অসমত 'ব'হাগী উৎসৱ' গোটেই ব'হাগ মাহতেই পালন কৰা দেখা যায়।

সময়ৰ সোঁতত ব'হাগ বিহুৰ ৰেহ-ৰূপ বহুখিনি পৰিৱৰ্তন হ'ল। গছৰ তলৰ বিহু মানুহৰ চোতাল হৈ মঞ্চত উঠাত বিহুৱে যেন ন ৰূপ (?) পালে। বিহু ভাগ হ'ল বিভিন্ন স্তৰত। আধুনিক বিহুৰ অন্যতম ভাগ হ'ল— জেং বিহু বা বোৱাৰী বিহু।

০.২. জেং বিহুৰ ঐতিহ্য ঃ

আহোম ৰজাসকলৰ পৃষ্ঠপোষকতাত বিহুৱে বিস্তাৰ আৰু জনপ্ৰিয়তা লাভ কৰিছিল। গতিকে, আমাৰ সহজেই অনুমেয় যে জেং বিহুৰ আয়ুস মধ্যযুগীয়া। জেং বিহুক তাই আহোম ভাষাত *পয়-চেং-নাং* বুলি অভিহিত কৰে। *পয়* মানে উৎস, *চেং* মানে গুণ দেৱতা/শপত আৰু *নাং* মানে গাভৰু। অৰ্থাৎ গাব, নাচিব আৰু

বজাব জনা। পূৰ্বতে অসমৰ আদিম নিবাসী মৰাণ, কছাৰী, বৰাহী আদি জনজাতিৰ লগতে আহোম গাভৰুসকলে জুম বান্ধি গছৰ তলত বিহু নচা দেখিয়েই তেওঁলোকে সেই নৃত্য-উল্লাসক *জেং নাংপই* বুলি নামকৰণ কৰা বিহুৰ কিছু গ্ৰন্থত পোৱা যায়। তেতিয়াৰ দিনত গাভৰুসকলে নিজান ঠাইত ঘৰৰ মানুহে গম নোপোৱাকৈ হাবিৰ মাজলৈ গৈ লুকাই চুৰ কৰি বিহু নাচিছিল। সেই নৃত্যৰতা অৱস্থাত তেওঁলোকে প্ৰচুৰ সাৱধানতা আৰু সতৰ্কতা অৱলম্বন কৰিছিল। সেই দৃশ্য যাতে পুৰুষসকলৰ চকুত নপৰে —তাৰ বাবে বাঁহৰ জেং পুতি বা গছৰ ডাল পুতি এক প্ৰকাৰৰ আবুৰ সাজি লৈছিল। কালক্ৰমত সেই *জেং*বোৰৰ পৰাই মঞ্চৰ বিহুত গাভৰু বিহুক *'জেং বিহু'* বুলি কোৱা এক পৰম্পৰা চলিল। *জেং* বিহুত নাচনীসকলে মূল বাদ্য হিচাপে কেৱল তকা ব্যৱহাৰ কৰে বাবে ইয়াক *তকা বিহু* আৰু নাচনী বোৱাৰীয়ে অংশ গ্ৰহণ কৰে বাবে *বোৱাৰী বিহু* বুলিও জনা যায়। ঘাইকৈ তকা বিহুৰ প্ৰচলন ফাট বিহু প্ৰসিদ্ধ ঢকুৱাখনা আৰু তাৰ চাৰিকড়িয়া নৈৰ চাপৰিত আজিও দেখিবলৈ পোৱা যায়। সম্প্ৰতি এই বিহু অসমৰ গাঁৱে-ভূঞে প্ৰায় প্ৰতিটো অঞ্চলতে প্ৰচলন হ'ব ধৰিছে।

০.৩. জেং বিহুৰ কিছু নিয়মাৱলী ঃ

বিহুনাচ মঞ্চলৈ আগমন হোৱাৰ লগে লগে তীব্ৰ হাৰত প্ৰতিযোগিতাৰ ঢৌ ব'বলৈ ধৰিলে। লগে লগে তাৰ বাবে প্ৰস্তুত হ'ল কিছু চৰ্তবিধি আৰু কিছু নিয়ম শৃংখলা আদি। বিহু সুৰক্ষা সমিতি (অসম)য়ে *জেং বিহু*ৰ বাবে বান্ধি দিয়া নীতি-নিয়মৰ একাংশ তলত উল্লেখ কৰা হ'ল।

প্ৰথমাৱস্থাত *জেংবিহু*ৰ বিহুৱতীসকলে ঐতিহ্য পৰম্পৰাগত কিছু নিয়ম প্ৰদৰ্শন কৰিব পাৰিব কিন্তু তাত মূল্যায়ন নহয়। যেনে— বাঁহৰ আগ পোতা, গামোচা দিয়া ইত্যাদি। বিহুৱতীসকলে গগণা, সুতুলি, তকা আদি বাদ্য ল'ব পাৰে। সাজ-পাৰ— অসমীয়া মুগা ৰিহা, মেখেলা, হাত দীঘল বা হাতৰ কিলাকুটিলৈকে পৰা ৰঙা ব্লাউজ পৰিধান কৰিব পাৰে। জাত নাম, জোঙাল নাম, কৃষি ভিত্তিক নাম, কাহিনীমূলক নাম আদি গাব পাৰিব। নাচনীসকলে হাত চাপৰি বজাওঁতে হাত দুখন বুকুৰ আগলৈ অলপ হাউলি ভৰি কেইখন সামান্য সাল-সলনি কৰিলে মূল্যাঙ্কন ভাল হয়। *জেং বিহু*ত দলৰ সোঁমাজত সোমাই তকা বজাব লাগে। সামৰণিত আশীৰ্বাদ বা প্ৰতিশ্ৰুতিমূলক নাম প্ৰয়োগ নৰকাই ভাল।

০.৪. শিমলুগুৰিৰ জেং বিহু দলসমূহ ঃ

০.৪.২. অবিভক্ত ৰাজগড় নাৰী কল্যাণ সমিতি ঃ

বৃহত্তৰ শিমলুগুৰি অঞ্চলৰ বোৱাৰীসকলৰ সমূহীয়া প্ৰচেষ্টা আৰু উদ্যমত ২০০৫ চনত এই *জেং বিহু* দলটিৰ জন্ম হয়। বিশেষভাৱে ইন্দিৰা ফুকন, থুনুমাই গগৈ দুৱৰা, হিৰণ্য গগৈ (মুন), লুচীমাই গগৈ আদিৰ নেতৃত্বতেই দলটোৱে প্ৰাণ পাইছিল। ইতিমধ্যে নাৰায়ণপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন (২০১১) জামুগুৰি সাৰ্বজনীন বিহু বাকৰি (২০১৩), শিমলুগুৰি কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন (২০১৪) আদিত বিহু প্ৰদৰ্শন কৰি প্ৰথম স্থান লাভ কৰাৰ উপৰি লখিমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনত খ্যাতি অৰ্জন কৰিবলৈ সক্ষম হৈছে। এই সমিতিখনে ইতিমধ্যে নাট, ৰাস, শিল্পী দিৱস, বিভিন্ন সম্বৰ্ধনা অনুষ্ঠানত জড়িত হোৱাৰ লগতে বিভিন্ন সমাজ সংগঠনমূলক কাৰ্যসূচীত অগ্ৰণী ভূমিকা গ্ৰহণ কৰি আহিছে। এতিয়ালৈকে সমিতিখনত ৩৫ গৰাকী স্থায়ী সদস্যা আছে বুলি জানিব পৰা গৈছে।

০.৪.২. পানীগাঁও জেং বিহু দল ঃ

পানীগাঁও *জেং বিহু* দলটিৰ জন্ম হয় ২০০৭ চনত। কমলা কোঁৱৰ, কেতেকী বৰা, অঞ্জু গগৈ, পুষ্প ফুকন আদিৰ নেতৃত্বতে এই দলটিৰ জন্ম। বৰ্তমানলৈকে শিমলুগুৰি কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন, চুমনি ব'হাগী মেলা, দাধৰা বিহু বাকৰি, চেঁচা আদি বিহু মঞ্চত প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হৈছে। কিন্তু বিহুৱতীৰ সংখ্যা ক্ৰমে কমি অহাত প্ৰতিযোগিতাত বৰ্তমান এই দলটিৰ অংশ গ্ৰহণ কমি আহিছে যদিও বিহুৰ দিনকেইটাত গাঁৱৰ বোৱাৰীসকলে ঘৰে ঘৰে *জেং বিহু* মৰাটো এক শুভলক্ষণ।

০.৪.৩. পুৰণি জেং বিহু দল ঃ

পুৰণি দাধৰা জেং বিহু দলটিৰ জন্ম হয় ২০০৯ চনত। যোগেশ্বৰী গগৈ, চন্দ্ৰিকী গগৈ, ভোগেশ্বৰী তামুলী, গোলাপী গগৈ আদিৰ পৃষ্ঠপোষকতাতেই দলটিয়ে প্ৰাণ পাই উঠিছিল বুলি জানিব পৰা যায়। শিমলুগুৰি কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন, ধলপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন, দাধৰা বিহু বাকৰি আদিৰ বিহু মঞ্চত এই দলে প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হৈছে।

০.৪.৪. নাওঘূলি জেং বিহু দল ঃ

নাওঘূলি *জেং বিহু* দলৰ জন্ম আনুমানিক ২০০৭ চনত। ৰূপালী গগৈ, পাভৈ গগৈ, দেৱযানী বৰুৱা আদিয়েই দলটিৰ গুৰি ধৰিছিল। ইতিমধ্যে জামুগুৰি ব'হাগী সন্মিলনত প্ৰথম আৰু ৰঙতি বিহু মঞ্চত দ্বিতীয় স্থান লাভ কৰিছে বুলি আমাক জানিবলৈ দিয়ে।

০.৪.৫. মিলিজুলি গণকদলনি জেং বিহু দল ঃ

শিমলুগুৰি অঞ্চলৰ দাঁতি কাষৰীয়া মিলিজুলি গণকদলনি *জেং বিহু* দল। হীৰা গগৈ, নিৰ্মলা কোঁৱৰ, পদুমী কোঁৱৰ, স্বপ্না গগৈ আদিৰ নেতৃত্বত দলটিয়ে প্ৰাণ পায় ২০১১ চনত। এতিয়ালৈকে দলটিয়ে লখিমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন আদিত অংশ গ্ৰহণ কৰি পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হৈছে।

০.৪.৬. মিলিজুলি ৰাজগড়-ৰামপুৰ জেং বিহু দল ঃ

নাচনী জংকী কোঁৱৰ (শইকীয়া), চুমাশ্ৰী গগৈ, ৰিংকু নেওগ আদিৰ নেতৃত্বৰে মিলিজুলি ৰাজগড়-ৰামপুৰ *জেং বিহু* দলটিৰ জন্ম হয় ২০১০ চনত। শিমলুগুৰি, লখিমপুৰ, নাৰায়ণপুৰ, ধলপুৰ আদি কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনত দলটিয়ে ইতিমধ্যে কেইবাবাৰো প্ৰথম আৰু দ্বিতীয় স্থান লাভ কৰিছে। এতিয়ালৈকে মুঠ ২৫ গৰাকী বিহুৱতী সদস্যা দলটিত আছে।

০.৪.৭. জালুকটা জেং বিহু দল ঃ

২ নং ৰামপুৰৰ জালুকটা *জেং বিহু* দলৰ জন্ম হয় ২০০৮ চনত। যমুনা গগৈ, বৰ্ণালী কোঁৱৰ, কাকুমণি গগৈ ফুকন (ভনী), ৰেৱতী বৰুৱা আদিৰ উদ্যম আৰু সাহসেই দলটিৰ প্ৰধান শক্তি বুলি আমাক দলটিৰ সদস্যাসকলে অৱগত কৰে। এতিয়ালৈকে বাতিপৰীয়া বিহু সন্মিলন (২০১২), নাওঘূলি বিহু সন্মিলন (২০১৫) আদি প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি দুয়োটা মঞ্চতে দ্বিতীয় স্থান পাবলৈ সক্ষম হৈছে।

০.৪.৮. ৰহদৈ জেং বিহু দল ঃ

১ নং নিমুৰী গাঁৱত ৰহদৈ *জেং বিহু* দলৰ জন্ম হয় ২০১০ চনত। ভাৰতী উপাধ্যায় বৰা, তিলেশ্বৰী শইকীয়া, কৰুণা বৰা, ইলী বৰা আদিয়েই আছিল দলটিৰ প্ৰধান বাটকটীয়া। শিমলুগুৰি, ধলপুৰ, নাৰায়ণপুৰ, লখিমপুৰ আদি কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনত প্ৰতিযোগিতা কৰি এই দলটিয়ে পুৰস্কাৰ লাভ কৰিছে।

০.৪.৯. ৰাংঢালী জেং বিহু দল ঃ

২ নং নিমুৰীত ৰাংঢালী জেং বিহু দলৰ জন্ম হয় ২০১৫ চনত। বৰ্তমান সোণমণি হাতীবৰুৱা সভানেত্ৰী আৰু সুভদ্ৰা হাতীবৰুৱাক সম্পাদিকা

হিচাপে লৈ দলটি পূৰ্ণ উদ্যমেৰে প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি আহিছে। ২০১৫ বৰ্ষত জন্ম হৈ একেটা বছৰতে ধলপুৰ, বালিকুচি, নিমুৰী, নাওঘূলি-বাতিপৰীয়া বিহু সন্মিলনত ক্ৰমে প্ৰথম, দ্বিতীয় আৰু তৃতীয় পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হৈছে।

০.৫. সামৰণি ঃ

বিহু যিহেতু বৰ্তমান কেৱল সংস্কৃতিয়ে নহয়; ই কিছুলোকৰ বাবে জীৱিকাও। অৱশ্যে বহু ক্ষেত্ৰত বিহুৰ সমালোচনাও নোহোৱাকৈ থকা নাই। কিন্তু এতিয়াৰ আধুনিক নাৰী শিক্ষা, মহিলা সৱলীকৰণৰ ক্ষণবোৰত এনেধৰণৰ মহিলা-সংস্কৃতিৰ প্ৰাসঙ্গিকতা যথেষ্ট আছে। অন্যহাতে, বিহু বিশেষজ্ঞসকলৰ বিহুৰ পুৰণি ঐতিহ্য বিচাৰত বৰ্তমান যি কোলাহল সৃষ্টি হৈছে; তেনে অৱস্থাত *জেং বিহুত* মহিলা (বোৱাৰী) সকলে অংশগ্ৰহণ কৰাটো কিমানখিনি গ্ৰহণযোগ্যতা আছে— সেয়া সকলোৰে বাবে চিন্তনীয় বিষয়। ■

সহায়ক গ্ৰন্থ ঃ

১। ৰঙালী বিহুৰ কথা— জয়কান্ত গন্ধীয়া
২। বিহু সংৰক্ষণ আৰু প্ৰত্যাহ্বান— জয়কান্ত গন্ধীয়া
৩। ৰঙালী বিহু প্ৰসংগকোষ— ইছমাইল হুছেইন

*বিঃদ্ৰঃ প্ৰৱন্ধটিত বিহুৱতী সদস্যাসকলৰ সকলোৰে নাম উল্লেখ কৰিব নোৱাৰাত দুঃখিত। —লেখিকা*



দেউৰী জনগোষ্ঠীৰ বসন্ত আদৰণি উৎসৱ ঃ

# বিবা বচু গিবা মেচ্চু

**লক্ষ্যপতি দেউৰী**

দেউৰীসকল উত্তৰ-পূৰ ভাৰতৰ এটি খিলঞ্জীয়া মঙ্গোলয়দ জনগোষ্ঠী। তেওঁলোকৰ ভাষা, সংস্কৃতি আৰু লোকাচাৰে তাৰে সুন্দৰ স্বাক্ষৰ বহন কৰি আহিছে। এই জনগোষ্ঠীৰ ভাষিক বৈশিষ্ট্য, শব্দ সমূহৰ মূলগত উপাদান লোকাচাৰ আৰু সাংস্কৃতিক উপাদান, ঘৰ সজ্জাৰ পদ্ধতি সমূহ ভালকৈ অনুধাৱন কৰি চালেই সেয়া সুন্দৰকৈ ওলাই পৰে।

দেউৰীসকলে *ইমেচু বিচু বা ব'হাগিয় বিচুৰ* লগতে সঙ্গোপাঙ্গ হিচাপে জড়িত হৈ অহা চাজেবা-কুলা লাগুদুবা, বিচু উৰাবা, মিদি দিগেঁ দাবেবা আদি উৎসৱো পালন কৰি অহা দেখা যায়। লগতে কাতি বিচু আৰু মাগ' বিচুও পালন কৰি অহা পৰিলক্ষিত হয়। ইয়াৰে অধিকাংশ উৎসৱেই হৈছে কৃষি ভিত্তিক। এই উৎসৱ সমূহৰ লগত বিশেষ কিছুমান সকাম-নিকামো জড়িত হৈ থকা দেখা যায়। এনে উৎসৱ সমূহৰ ভিতৰত বসন্তৰ আদৰণি উৎসৱ ৰূপে খ্যাত বিশেষ কৃষি ভিত্তিক উৎসৱ *'বিবা বচু গিবা মেচ্চু'*ৱে দেউৰী লোক মানসত এক বিশেষ তাৎপৰ্যৰে ভাস্বৰ হৈ উঠা পৰিলক্ষিত হয়। এই উৎসৱে জনগোষ্ঠীটোৰ বছৰটোৰ লোক জীৱনৰ প্ৰায় সকলো দিশকে সাঙুৰি লৈছে বুলিব পাৰি।

*'বিবা বচু গিবা মেচ্ছু'* ফাগুন মাহৰ শেহৰফালে আৰু চ'ত মাহৰ প্ৰাৰম্ভৰ সময়ছোৱাত শনিবাৰ বা মঙ্গলবাৰৰ দিন এটি চাই এক বিশেষ সন্ধিক্ষণত পালন কৰা হয়। বিশেষকৈ মঙ্গলবাৰে পালন কৰা উচিত বুলি বুঢ়া-মেথাই মত প্ৰকাশ কৰা দেখা যায়। এই দিনটোতে বছৰটোৰ মঙ্গলৰ হেতু গ্ৰহ-গতি পোন-পাজৰ কৰিবলৈ *'চাৰু মকঁ হাৰেবা'* অৰ্থাৎ ভকত সকাম ৰাজহুৱাকৈঅনুষ্ঠিত কৰা হয়।

*'চাৰু মকঁ হাৰেবা'* সকাম হৈছে *'বিবা বচু গিবা মেচ্ছু'* উৎসৱৰ এক বিশেষ তাৎপৰ্য বহনকাৰী মাঙ্গলিক কৰ্ম। ই হৈছে ৰাজঘৰীয়া নৱগ্ৰহ সকাম। নতুন বছৰটো প্ৰাৰম্ভণিতে জনগোষ্ঠীটোৰ গ্ৰহ-গতি পোন-পাজৰ কৰি, খেতি, কৃষি, জীৱ, জন্তু, মানুহ, সমাজ আদিৰ অসূয়া-অপ্ৰীতি, ৰোগ-ব্যাধি আদি সামাজিক অমঙ্গলাদি দূৰীকৰণ কৰি এখন সুন্দৰ নিকা, সুখ, শান্তি আৰু সমৃদ্ধি মাতি আনিবৰ বাবে নৱগ্ৰহৰ ঈষ্ট দেৱতাসকলৰ তুষ্টাৰ্থে ৰাজহুৱাভাৱে কুন্দিকুৰ চাই সিদ্ধ সকলে সমূহ ৰাইজৰ সহযোগত কুন্দিকুৰ পৰিচালনা সমিতিৰ উদ্যোগত এই সকাম আৰু উৎসৱ সুকলমে অতি জাক-জমকতাৰে অনুষ্ঠিত কৰা হয়। একৈশ গৰাকী ভকতক গুৱা-পাণ দি এই সকামলৈ আমন্ত্ৰণ জনোৱাটো চিৰাচৰিত নিয়ম। সেইমতে ৰান্ধনি, চাকনি আদিকো গুৱা-পাণ দি আগদিনাই বা সপ্তাহটোৰ ভিতৰত আমন্ত্ৰণ জনোৱাটোও নিয়ম। চাৰু বা ভকত বা ৰান্ধনি, চাকনি যিকোনো লোকেই হ'ব নোৱাৰে। কুন্দিকুত চাই সিদ্ধৰ দ্বাৰা বিশেষভাৱে হচং (শৰণ) লওঁতা বয়োজ্যেষ্ঠ সকলৰহে চাৰু আৰু ৰান্ধনি, চাকনি হোৱাৰ যোগ্যতা থাকে। চাকনিৰ ক্ষেত্ৰটো সেই একেখিনি নিয়মেই প্ৰযোজ্য হোৱা দেখা যায়।

*'বিবা মেচ্ছু গিবা মেচ্ছু'* উৎসৱৰ বাবে কুন্দিকুৰ কাষৰৰ এখনি মুকলি ঠাই বাছি লোৱা হয়, য'ত ৰাইজ মুকলি মূৰীয়াকৈ সমবেত হ'ব পৰা যায়। বাছি লোৱা মুকলি ঠাইৰ মাজ অংশত এক নলমান জোখাৰৰ এটি বৃত্ত কৰি তাক চিকুনাই লোৱা হয়। চিকুনাই লোৱা বৃত্তৰ অভ্যন্তৰভাগ পৰিচ্ছন্নকৈ সাৰি-পুছি লোৱা হয়। তাৰ পিছত তাত কুন্দিকুৰ পৰা আৰাও কৰি অনা শান্তিজল ছটিয়াই জেগাকণ শুচি কৰি লোৱা হয়। তাত পিঠাগুৰি ছটিয়াই শুভ্ৰময় কৰা হয়, লগতে ৰং বিৰঙৰ ফুল ছটিয়াই সৌন্দৰ্যময় কৰি তোলা হয়। ইয়াৰ পিছতে বৃত্তটোৰ ঠিক কেন্দ্ৰস্থলতে এফুট বা ডেৰ ফুট মানৰ এটি মাটিৰ টি প বৃত্তৰ আকাৰত তিনি ইঞ্চিমান উচ্চতাৰ সমানকৈ তোলা হয়; য'ত মূল কাদুঁ অৰ্থাৎ শৰাইখন আগবঢ়োৱা হয়। এই কাদুঁখনৰ নাম বিশেষভাৱে নামকৰণ কৰা দেখা যায়। ইয়াক কোৱা হয় *'আচি কাদুঁ'*। 'আ' মানে মাটি বা ধৰা আৰু 'চি' মানে স্ত্ৰী লিংঙ্গ সূচক প্ৰত্যয়। সেই মতে *'আচি'* মানে প্ৰকৃতি আৰু *'কাদুঁ'* মানে শৰাই। অৰ্থাৎ প্ৰকৃতি দেৱীলৈ বছৰটোৰ মঙ্গল কামনা কৰি বিশেষভাৱে আগবঢ়োৱা শৰাই ভাগকে আচি *কাদুঁ* বোলা হয়। আচিকাদুঁৰ ভাৰে ন বাঁহৰ গেপা (পাচি) ব্যৱহাৰ কৰা দেখা যায়। আচিকাদুঁত থকা সমলবোৰ এনেধৰণৰ— ক) ডিমা এটি, খ) ধানৰ থোক, গ) কুঢ়ি মাছ এটি, ঘ) চাউল এমুঠি, ঙ) এমুঠি কেঁচা সূঁতা, চ) বিবিধ ৰঙৰ ফুল আৰু ছ) নতুন বচে। এই গোটেই খিনিকে এটি বগা নতুন বচে (গামোচা)ৰে মেৰিয়াই থোৱা হয়। এইখিনিতে বিশেষভাৱে মন কৰিব লগা কথাটো হ'ল যে আচিকাদুঁখন সদায় পূৱলৈ আগ কৰি আগ বঢ়োৱা হয়। সেয়ে ইয়াৰ প্ৰৱেশৰ দ্বাৰখন থাকে পশ্চিমত। আচিকাদুঁৰ কাষতে পছিমত গুৱা-পান আগবঢ়োৱা হয়, য'ত আচিকাদুঁৰ কাষতে ইঁজিকুমা, বনজু আৰু অৰিহণা থাকিব। চিত্ৰৰ (২)ত দেখুওৱাৰ দৰে। আৰু থাকিব ঢোল, পেপাঁ, তাল, তকা, বীণকে ধৰি অন্যান্য লোক-বাদ্য সমূহ। এক নলমান সেই মূল বৃত্তটো আগুৰি বাঁহৰ গোজ পুতি ফুল আৰু গছৰ কেঁচা পাত আঁৰি দিয়া হয়। অৱশ্যে জধে মধে গছৰ পাত নিশ্চয় নহয়। আম গছৰ পাতে ইয়াত অগ্ৰাধিকাৰ পায়। বাঁহৰ গোঁজে গোঁজে মিদিগেঁ ইবাঁ (কপৌ ফুল) আঁৰি দিয়া হয়। লগতে দুদু পিপঁ চৌপাশে পুতি দিয়াৰ নিয়ম। নাহৰ গছৰ ডালেৰে বৃত্তটো বেৰি থেৱা হয়। গেটৰ দুই কাষে তৰাগছ থিয়কৈ পুতি থোৱা থাকে, য'ত দুখন গামোচা এক কৰি বান্ধি গে'টখন বন্ধ কৰি থোৱা থাকে। ইয়াৰ পিছত পাঁচৰ পৰা দহ নলমানৰ ভিতৰত সেই সজাই তোলা এক নলমান বৃত্তটো কেন্দ্ৰত ৰাখি অন্য এটা ডাঙৰ

বৃত্ত কৰা হয়— যিটো বৃত্ত নাহৰ, আম বা আন গছৰ ডাল, পাত আৰু ফুলৰে কেঁচা এগুা সুঁতাৰে চৌপাশ ঘেৰি থোৱা হয়। এই বৃত্তটোৰ বাহিৰ ফালেহে সমজুৱা সকল সমবেত হ'ব পাৰে। এই উৎসৱত ভাগ ল'বলৈ অহা সকল স্বকীয় সাজ-পোচাক পৰিধান কৰি অহাটো বাধ্যতামূলক। এই বিষয়ে কুন্দিকুৰ বাৰিক দায়িত্বত থকাজনে আগনিশা গঞাইঁতক খবৰ দিয়াটো নিয়ম। ক'ত কিমান সময়ত কিহৰ হেতু গোট খাব লাগে সেই সম্পৰ্কে বিতংভাবে বাৰিকে আগজাননী দিয়াটো এক পৰম্পৰাগত নিয়ম। সেই হেতু কোন কোন কি দায়িত্ব পালন কৰিব সেই সম্পৰ্কেও জনোৱাটো চিৰাচৰিত ৰীতি।

বিবা বচু গিবা মেচ্চুৰ অৰ্থ নিষ্পন্ন হৈছে এনেধৰণে— বিবা মানে বিৱৰ্তিত সমৃদ্ধিময় নতুনত্ব, যাৰ লগত প্ৰকৃতি আৰু জীৱ জগত তথা মানুহৰ হৃদয়ৰ আত্মিক টান চিৰ মধুৰতাৰে জড়িত হৈ থাকে। বচু মানে বছৰ, যি এক মহা জাগতিক ৰীতিত সদা পৰিৱৰ্তনশীল। গিবা মানে প্ৰোথিত কৰা বা ৰোপণ কৰা। মেচ্চু মানে উৎসৱ। বাহ্যিক দৃষ্টিত এই উৎসৱক কৃষি ভিত্তিক উৎসৱ যেন লাগিলেও, অৱশ্যে ই এশ শতাংশই কৃষি ভিত্তিক উৎসৱ নহয়। কৃষি উৎসৱ ইয়াৰ লগত সাঙোৰ খাই থকা এটি অংশহে। ইয়াৰ লগত জড়িত আন আন বিষয়বোৰ হৈছে—

ক) নতুন বছৰটোৰ প্ৰতিটো দিনৰে মঙ্গল কামনা কৰা, খ) সমগ্ৰ জীৱ জগতৰ লগতে জড় জগতৰো মঙ্গল আৰু উত্তৰোত্তৰ কামনা কৰা, গ) মানুহৰ মাজত থখা আজন্ম ৰোগ স্বৰূপ হিংসা, দ্বেষ, খিয়াল, অসূয়া, অপ্ৰীতি ত্যাগ কৰি সম্পূৰ্ণ মানৱীয় গুণেৰে উদ্দীপ্ত হৈ, ঐক্যতাৰ দোলেৰে বান্ধ খাই শান্তি, সমৃদ্ধি আৰু সুন্দৰতাৰ দিশত আগুৱান হ'বলৈ পৰম প্ৰেৰণা যোগোৱা, ঘ) খেতি কৃষিৰ সকলোতে নদন-বদন হ'বৰ বাবে অনুকূল পৰিৱেশ সৃষ্টিৰ বাবে কুন্দিগিৰা, গিৰাচিকে ধৰি তেওঁলোকৰ পালি পহৰীয়া সকলোকে সন্তুষ্ট কৰা, চ) সৃষ্টিশীল নৃত্য-গীতৰ যোগেদি স্বৰ্গীয় আনন্দ উৎসৱৰ শান্তিময় পৰিৱেশৰ মাজেদি এক সুন্দৰ, সুস্থ, শান্তিময় সমাজ গঠন কৰা। এই সামগ্ৰিক দিশৰ মঙ্গলাৰ্থে কুন্দিধৰ্মৰ পালক সকলে পৰম ব্ৰহ্মৰূপী সনাতন, সৃষ্টিৰ মূল জ্যোতি বিন্দু কুন্দিমামাক প্ৰণাম জনাই এই উৎসৱৰ শুভাৰম্ভণ কৰা হয়। *বিবা বচু গিবা মেচ্চুৰ* তাত্বিক তাৎপৰ্য সম্পৰ্কে বিশেষভাৱে আমন্ত্ৰিত অতিথি বা বক্তাই এটি ভাষণ আগবঢ়াব। অৱশ্যে মাথোঁ একোজন লোকেই এই ভাষণ প্ৰদান কৰিব লাগিব বুলি কোনো ধৰা বন্ধা ৰীতি নাই। সুবিধা অনুযায়ী আৰু দুই এজন বিশিষ্ট ব্যক্তিয়েও এই বিষয়ে বিশ্লেষণ আগবঢ়াব পাৰে। ইয়াৰ পিছতেই *বিবা বচুগিবা মেচ্চু-কুলা* চাৰিসিদ্ধ সমন্বিতে বৰ দেউৰীয়ে উদ্বোধন কৰাৰ নিয়ম। যদি কিবা এক বিশেষ অসুবিধা হেতু বৰদেউৰীয়ে এই উদ্বোধনী কাৰ্যৰ পৰা বিৰত থাকিব লগাত পৰে; তেন্তে এই কাৰ্য সম্পাদনত সৰু দেউৰীয়ে আগভাগ লোৱাটোৱে নিয়ম। ঠিক তেনেদৰে সৰু দেউৰীৰো যদি এৰাব নোৱাৰা অসুবিধা থাকে; তেন্তে সেই ভাৰ বৰ ভৰালীৰ ওপৰত পৰে। এনেদৰেই পৰ্যায় ক্ৰমে এই উদ্বোধনী অনুষ্ঠান সম্পাদন কৰা হয়।

এই উদ্বোধনী অনুষ্ঠানত উদ্বোধনকাৰীয়ে একেলগে দুখন দ্বাৰ উন্মোচন কৰিব লগা হয়। এই দুখন দ্বাৰত গামোচাৰ আলফুল গাঁঠি খুলি এই দ্বাৰ দুখন উন্মোচন কৰা হয়। প্ৰথমটো দ্বাৰৰ গামোচাৰ গাঁঠিক *কনু-গাঁতি* বা *বচু-গাতি* আৰু দ্বিতীয়টো দ্বাৰৰ গামোচাৰ গাঁঠিক *বিচু-গাতি* বুলি কোৱা হয়। *কনু* মানে বছৰ আৰু *বচু* মানেও বছৰ। গাঁতি মানে গাঁঠি বা বন্ধন। অৰ্থাৎ কুন-গাতি বা হচু-গাতি মানে বছৰৰ গাঁঠি। কনু-গাতি বা বচু-গাতি খোলা কাৰ্যত এক বিশেষ তাৎপৰ্য থাকে বুলি দেউৰী লোক সকলৰ ধাৰণা। এই দ্বাৰ দুখনৰ ডাঙৰ বৃত্তটোৰ দ্বাৰখন সমূহ ৰাইজৰ বাবে আৰু কেন্দ্ৰ বৃত্তটোৰ দ্বাৰখন বিশ্ব নিয়ন্তা কুন্দিমামা অৰ্থাৎ কুন্দিমামাৰ ক্ষুদ্ৰলোকৰ অৱতাৰী পুৰুষ গিৰা-গিৰাচি আৰু তেওঁৰ পা-পৰিয়াল, লগুৱা-লিকচৌ সকলোৰে বাবে উন্মোচন কৰা হয়। সেয়ে এই দ্বাৰ দুখনৰ নামো পৃথকে দিয়া দেখা যায়। ইয়াৰ ৰাইজৰ বাবে মুকলি কৰা দ্বাৰখন হ'ল— হালৈ-চিপেৰে আৰু কুন্দিমামাৰ বাবে উন্মোচন কৰা দ্বাৰটোৰ নাম কুন্দি-চিপেৰে অৰ্থাৎ ঈশ্বৰ দ্বাৰ। এই উন্মোচনী কাৰ্যত

জড়িত অন্য এটি বিশেষ তাৎপর্য হ'ল— *কনু-গাতি* বা *বিচু গাতি* কাটি উন্মোচন কৰা নহয়। ইয়াক আলফুলে খুলিহে উন্মোচন কৰা হয়। সময়ৰ বা বছৰৰ সেই বিশেষ পৰিৱৰ্ত্তনৰ মাহেন্দ্ৰ ক্ষণত কটা-ছিঙাৰ পৰা বছৰটোৰ বাবে অমঙ্গল সূচনা হয় বুলি কুন্দি পালক সকলে বিশ্বাস কৰি আহিছে। সেয়ে আলফুলে এই *কনু-গাতি* খুলি উন্মোচন কৰাটোৱে ৰীতি।

মন কৰিবলগীয়া কথাটো হ'ল যে আচিকাদুঁখন সদায় পূবলৈ আগ কৰি আগ বঢ়োৱা হয়। সেয়ে ইয়াৰ প্ৰবেশৰ দ্বাৰখন থাকে পশ্চিমত। আচিকাদুঁৰ কাষতে পশ্চিমত গুৱা-পান আগবঢ়োৱা হয়, য'ত আচিকাদুঁৰ কাষতে ইঁজিকুমা, বনজু আৰু অৰিহণা থাকিব। চিত্ৰৰ ২ত ঠিক দেখুওৱাৰ দৰে। আৰু থাকিব ঢোল, পেপাঁ,তাল, তকা, বীণকে ধৰি অন্যান্য লোক-বাদ্য সমূহ। এক নলমান সেই মূল বৃত্তটো আগুৰি বাঁহৰ গোজ পুতি ফুল আৰু গছৰ কেঁচা পাত আঁৰি দিয়া হয়। অৱশ্যে জধে মধে গছৰ পাত নিশ্চয় নহয়। আম গছৰ পাতে ইয়াত অগ্ৰাধিকাৰ পায়। বাঁহৰ গোঁজে গোঁজে মিদিগেঁ ইবাঁ (কপৌ ফুল) আঁৰি দিয়া হয়। লগতে দুদু পিপঁ চৌপাশে পুতি দিয়াৰ নিয়ম। নাহৰ গছৰ ডালেৰে বৃত্তটো বেৰি থোৱা হয়। গেটৰ দুই কাষে তৰাগছ থিয়কৈ পুতি থোৱা থাকে, য'ত দুখন গামোচা এক কৰি বান্ধি গে'টখন বন্ধ কৰি থোৱা থাকে। ইয়াৰ পিছত পাঁচৰ পৰা দহ নলমানৰ ভিতৰত সেই সজাই তোলা এনলমান বৃত্তটো কেন্দ্ৰত ৰাখি অন্য এটা ডাঙৰ বৃত্ত কৰা হয়— যিটো বৃত্ত নাহৰ, আম বা আন গছৰ ডাল, পাত আৰু ফুলৰে কেঁচা এঙা সুঁতাৰে চৌপাশ ঘেৰি থোৱা হয়। এই বৃত্তটোৰ বাহিৰ ফালেহে সমজোৱাসকল সমবেত হ'ব পাৰে। এইউৎসৱত ভাগ ল'বলৈ অহা সকল স্বকীয় সাজ-পোচাক পৰিধান কৰি অহাটো বাধ্যতামূলক। এই বিষয়ে কুন্দিকুৰ বাৰিক দায়িত্বত থকাজনে আগ নিশা গওঁৱাইঁতক খবৰ দিয়াটো নিয়ম। ক'ত কিমান সময়ত কিহৰ হেতু গোট খাব লাগে সেই সম্পৰ্কে বিতংভাৱে বাৰিকে আগজাননী দিয়াটো এক পৰম্পৰাগত নিয়ম। সেই হেতু কোন কোন কি দায়িত্ব পালন কৰিব সেই সম্পৰ্কেও জনোৱাটো চিৰাচৰিত ৰীতি।

হালৈ-চিপেৰে উন্মোচন হোৱাৰ পিছত যেতিয়া কুন্দি-চিপেৰেও উন্মোচন হয়। তেতিয়াই মূল মাঙ্গলিক কৰ্মৰ আৰম্ভণ হয় বুলিব পাৰি। বৰদেউৰীয়ে তেতিয়াই কুন্দিমামাক স্মৰণ কৰি গুৱা-পাণৰ শৰাই আগবঢ়াই আহি থকা বছৰটোৰ সৰ্বদিশৰ মঙ্গলৰ হেতু এগচি বন্তি জ্বলায়। ইয়াৰ পিছতেই কুন্দিকুৰ পৰা আৰাও কৰি অনা ইঁজিকুমাৰ শান্তিয়নী জল কুন্দি-তান অৰ্থাৎ কুন্দি-চিপেৰেৰ ভিতৰৰ কেন্দ্ৰ বৃত্তৰ মজিয়াখিনিত ছটিয়াই শুচি কৰি তোলাৰ লগতে হালৈ-তান অৰ্থাৎ হালৈ-চিপেৰেৰ ভিতৰৰ মজিয়াখনো তাৰ পূৰ্বে শুচি কৰি লোৱা হয়। ইয়াৰ অন্ততে *বিবা বচু গিবা মেচ্চুৰ* মুখ্য আকৰ্ষণ আচি-কাদুঁ খন উন্মোচন কৰিবৰ বাবে বৰদেউৰী গৰাকী আগবাঢ়ি যাব।

আচি-কাদুঁখনেই হৈছে *বিবা বচু গিবা মেচ্চুৰ* মূল গৰ্ভ উপপাদ্য। ইয়াত ব্যৱহৃত সমল সমূহ হৈছে— এটি ডিমা, এগোচ ধানৰ থোক, এমুঠি চাউল, এটি কুঢ়ি মাছ, এনেছা কেঁচা সুঁতা আৰু বিবিধ ৰঙৰ ফুলৰ সংগ্ৰহ। লগতে এখনি বচে। যাক বিছুৱান বুলি ক'ব পাৰি। পূৰ্বতেই কোৱা হৈছে যে এই গোটেইখিনি সমল এখনি শুধ বগা বচেৰে ঢাকি থোৱা নিয়ম। ইয়াত ব্যৱহৃত ডিমাৰ প্ৰতীকী তাৎপৰ্য হৈছে এনে ধৰণৰ— ডিমা হৈছে সৃষ্টিৰ প্ৰতীক। কাৰণ, ইয়াৰ পৰাই জন্ম হয়। ই পৃথিৱীৰো প্ৰতীক। কাৰণ, পৃথিৱী সৃষ্টিৰ আধাৰ স্বৰূপ। অন্যহাতে, ই কুন্দিমামাকো নিৰ্দেশ কৰে। কুন্দিমামা যিহেতু জন্ম-কুণ্ডলিৰ স্ৰষ্টা তথা ধাৰক, য'ত পুৰুষ-প্ৰকৃতিৰ সৃষ্টিৰ বীৰ্য নিহিত থাকে। সেয়ে এই ডিমাক সৃষ্টিৰ মূল জ্যোতি বিন্দু বুলি *'আচি-কাদুঁ'*খনত বিশেষভাৱে ঠাই দিয়া হয়। আচি-কাদুঁখনৰ দ্বিতীয় বিশেষ সমল বিধ হৈছে এগোচা ধান। ধানৰ থোক শইচৰ প্ৰতীক। যিহেতু শইচৰ অবিহনে মানৱ সভ্যতা অসাৰ। ইয়াৰ লগতে জড়িত থাকে কৰ্মময় সৰল পথৰুৱা জীৱনৰ মহত্ব, উৎসৱ আৰু উল্লাস। *আচি-কাদুঁ*ৰ তৃতীয় উপকৰণ হৈছে— এটি কুঢ়ি মাছ। ই শস্যে-মৎস্যে বসুন্ধৰাৰ প্ৰতীকী তাৎপৰ্যকে বহন কৰে। মাছ সৌভাগ্যৰো প্ৰতীক। বগা বাকলিযুক্ত মাছক দেউৰী সমাজে মিনুচি বুলি মানি অহাৰ পৰম্পৰা আছে।

*আচি-কাদুঁৰ* চতুৰ্থ উপকৰণ বিধ হ'ল এমুঠি

চাউল। ই লক্ষ্মীৰ প্ৰতীক। ইয়াক শুভদিন আৰু শুভ জীৱনৰ কাৰক বুলি মনা যায়। সেয়ে বিবাহ মণ্ডপ বা ন দৰা-কন্যা আদৰণি জনোৱা শুভ মুহূৰ্তত চাউল ছটিয়াই দি বিভিন্ন মাঙ্গলিক কৰ্মসমূহৰ সম্পাদন কৰা দেখা যায়। এমুঠি কেঁচা সুঁতা আচি কাদুঁৰ অন্য এক বিশেষ উপকৰণ। ইয়াৰ তাৎপৰ্য হৈছে আৰম্ভণ হোৱা নতুন বছৰটোত যাতে এক সৃষ্টিশীল ভাৱনাৰে সমৃদ্ধ হৈ জীৱন পথত আগুৱান হ'ব পৰা যায়। ইয়াত আৰু এটি জীৱন সম্পৰ্কীয় গভীৰ তাৎপৰ্য নিহিত থকা দেখা যায়। মানুহৰ জীৱনটো প্ৰাৰম্ভাৱস্থাত এমুঠি কেঁচা সুঁতাৰ দৰে। তাৰ উপযুক্ত আপদাল কৰিব নজনাৰ দোষত বা তাৰ উপযুক্ত ব্যৱহাৰ কৰিব নজনাৰ ফলত প্ৰাথমিক পৰ্যায়তে এই সূতাবোৰ খেলি মেলি কৰি তেনেই আউল পূৰ্ণ কৰি তোলে। যাৰ ফলত অধিকাংশ মানুহে আউলপূৰ্ণ জীৱনটোৰেই গোটেই জীৱনটো পাত কৰিব লগাত পৰে। মানৱ জীৱনৰ ইয়ো এক পৰম বিষাদীয় কাৰণ বুলি ক'ব পৰা যায়। এমুঠি কেঁচা সুঁতা সদৃশ মানুহৰ জীৱনটো শৃংখলিত হৈ সুস্থ সৰলভাবে জীৱনটোক নিয়াব পাৰে— সেই উদ্দেশ্য সাৰোগত কৰিয়ে এই কেঁচা সুঁতা মুঠি আচি-কাদুত দিয়া নিয়ম বুলি জনা যায়।

আচি-কাদুঁৰ অন্য এটি বিশেষ উপকৰণ হৈছে বিবিধ ৰঙৰ ফুল। প্ৰকৃতি পৰিৱৰ্ত্তনশীল। এই পৰিৱৰ্ত্তমশীল প্ৰকৃতিৰ ঋতু অনুযায়ী ইয়াৰ ৰূপ ৰস গোন্ধও ভিন্ ভিন্ হয়। সেইদৰে জীৱ জগতো ঋতু অনুসাৰে পৰিৱৰ্ত্তনশীল। মানৱ সমাজো তাৰ ব্যতিক্ৰম নহয়। সেই প্ৰকৃতিৰ আমোঘ ৰীতি অনুসাৰে পৰিচালিত হৈ ঋতুৰ ৰূপ ৰস গোন্ধ আহৰণ কৰি বৰ্ণময় সুন্দৰ জীৱনধাৰা সূচনা কৰাটোৱে ইয়াত নিহিত তাৎপৰ্য। নতুন বছৰটোত তাৰ বিমল কামনাৰে বিবিধ ৰঙৰ ফুল আচি কাদুঁত থাপন ক ৰা হয়। জীৱনৰ মৰগীয়া সম্পদ স্বৰূপ, সৃষ্টিৰ মূলাধাৰ যৌৱনৰ আৰাধনা কৰাটোও ইয়াৰ অন্য এক তাৎপৰ্য বহন কৰে।

এটি শুধ বগা বচেৰে আচি-কাদুঁ খনক ঢাকি থোৱা হয়। ইয়াৰ সৰল অৰ্থ হৈছে আচি-কাদুঁত নিহিত সমগ্ৰ উৎসৰ্গিত পাদ্য-অৰ্ঘ্যৰ মঙ্গলময় কৰ্মভাগ সত্য, শুদ্ধ আৰু পৱিত্ৰ ভাবেৰে সম্পাদন হওঁক— এই মহান তাৎপৰ্য বহন কৰে। বসন্তৰ আগমনৰ লগে লগে প্ৰকৃতি দেৱীয়ে গছ-বনক ন-কুঁহি দান কৰাৰ দৰে নতুন বছৰটোৰ শুভাৰম্ভণিৰ মধুৰ বেলা বুকুৰ অতিকৈ আপোনজনক, সন্মানীয় জনক বচে উপহাৰ হিচাপে দিয়াতো নিয়ম যাতে বছৰটোৰ আগমনত সৃষ্টিশীল ভাৱনাৰে উদ্বুদ্ধ হৈ প্ৰেম-ভালপোৱাৰ দৰে পৱিত্ৰ চিন্তা-চেতনা সকলোৰে মাজত জাগৃত কৰিব পাৰে।

আচি-কাদুঁৰ পৰা উন্মোচক বৰদেউৰীয়ে পোনতে হালৈ-কুলা ৰাইজৰ বাবে উন্মোচন কৰে। ইয়াৰ পিছত কুন্দি-কুলা উন্মোচন কৰা হয়। ইয়াত গুৱা-পাণৰ শৰাই আগ কৰি পূৰ্বৰে পৰা সাজু কৰি থোৱা বনজুত বন্তি প্ৰজ্বলন কৰা হয়। এয়া কৰি অঁতোৱাৰ পিছত বৰদেউৰীয়ে আচি-কাদুঁখনৰ ঢাকি থোৱা বচেখন আঁতৰাই আনি নিজে গাত লয়। আৰু আচি-কাদুঁত সুন্দৰকৈ সজাই থোৱা বচে কেইখন আন বিশিষ্ট অতিথিসকলক প্ৰদান কৰা হয়। তাৰ পিছত আচি-কাদুঁৰ চাউল আনি হালৈ-কুলাৰ লগতে সমজোৱাক ছটিয়াই দিয়া নিয়ম। চাউল মুঠিৰ পিছতে বিবিধ ফুলবোৰ আচি-কাদুঁৰ পৰা আনি বৰদেউৰীয়ে আন চাই সিদ্ধ সকলৰ হাতত তুলি দিয়ে। আৰু চাই সিদ্ধ সকলে লোক-নৃত্যৰ বাবে পূৰ্বৰে পৰা সাজু হৈ থকা ৰমণী সকলৰ হাতত সেই ফুলবোৰ হাতে হাতে বিলাই দিয়ে। আচি-কাদুঁত থকা ধানৰ থোকবোৰৰ ধানবোৰ গুচাই লৈ সেইবোৰ কুন্দি-কুলাৰ ভিতৰত সিঁচি দিয়া হয়। ইয়াৰ পিছত আচি-কাদুঁত বৈ যোৱা কুঢ়ি মাছটো আগলি পাতেৰে টোপোলা বান্ধি উন্মোচক গৰাকীয়ে লোৱাৰ নিয়ম। সেয়া তেখেতে পিছত ঘৰলৈ নিব পাৰে। ফুল আৰু বনজুৰ বিনে আকী ঢোল, পেঁপা, তাল আদি লোক-বাদ্যসমূহ *বিবা বচু গিবা মেচ্চুৰ* বাবে সাজু হৈ থকা ঢোল বাদক আৰু পেপাঁ বাদক সকলৰ মাজত ভগাই দিয়া হয়। আৰু বৰদেউৰীয়ে চাজেবা জামা আৰম্ভ কৰিবলৈ সকলোকে আহ্বান জনায়। স্বৰূপাৰ্থত ইয়াৰ পিছতেই *বিবা বচু গিবা মেচ্চু* উৎসৱৰ আম্ভণি হয়।

কুন্দি ধৰ্মাৱলম্বী লোক সকলে সদায় বিশ্বাস কৰি আহিছে যে কুন্দিমামাৰ সাকাৰ ৰূপী গিৰা-গিৰাচি আৰু তেওঁলোকৰ পা-পৰিয়াল তথা পালি-পহৰীয়াসকলে বিচু কৰাৰ

পিছতহে সমজোৱা সকলে বিচু কৰিব পাৰে। সেয়ে কুন্দি-কুলাক অতি জাক-জমককৈ সজাই তোলা পৰিলক্ষিত হয়। *বিবা বচু গিবা মেচ্ছু*ত ভাগ ল'বলৈ অহাসকলৰ কোনো বয়সৰ সীমা থকা দেখা নাযায়। সকলোৱে স্বকীয় সাজ পৰিধান কৰি এই উৎসৱত ভাগ ল'ব পাৰে বা ভাগ লোৱা দেখা যায়। দেউৰী সকলৰ যিমানবোৰ লোক-নৃত্য গীত, লোক বাদ্য আদি আছে সেই সকলোকে অতি শৃংখলিতভাৱে ইয়াত প্ৰদৰ্শন কৰা হয়। কুন্দি ধৰ্মত এই উৎসৱেই আচলতে ইবাঁকু মেলা ৰূপে পালিত উৎসৱ। কাৰণ, এই ধৰ্মত নতুন বছৰৰ লগতে বসন্তৰ আদৰণি উৎসৱেই হৈছে *বিবা বচু গিবা মেচ্ছু* উৎসৱ। ইয়াৰ পিছতে কুন্দিকুৰ বৰদেউৰীৰ নিৰ্দেশ মৰ্মে বৰদেউৰীৰ ঘৰ বা আন চাই সিদ্ধৰ ঘৰৰ চোতালত নৈশ বিচু-কুলা অনুষ্ঠিত কৰাৰ এক বিৰল পৰম্পৰা প্ৰচলিত হৈ অহা দেখা যায়। এই বিচু-কুলা উৰুকাৰ দিনাহে অন্ত পৰা দেখা যায়। সিদিনা বিচু-কুলাত বিচু মাৰি ৰাতিপুৱাই দিয়া হয়। লগে লগে বিচু আৰম্ভ হয়। বিচু আৰম্ভ হোৱাৰ দিনাৰ পৰাই ঘৰৰ চোতালত আৰম্ভ কৰা বিচু-কুলা কুন্দিকুৰ মৰং ঘৰলৈ আহে আৰু বিচু উৰাবৰ দিনাহে এই মৰংঘৰৰ বিচু-কুলাৰো অন্ত পৰে। দেখা যায় দেউৰী বিচুৰ আৰম্ভণ উৎসৱ আৰু আৰু সামৰণি উৎসৱ সম্পূৰ্ণ ধৰ্মীয় পৰম্পৰাগত ৰীতি নীতিৰে পালন কৰি অহা পৰিলক্ষিত হয়। ❑

## দশম বাৰ্ষিক কেন্দ্ৰীয় ৰঙালী বিহু আৰু ৰংজালী বৈশাগু ফীৰবী, শিমলুগুৰি

## কাৰ্য্যক্ৰমণিকা

*২৭ ব'হাগ, মঙ্গলবাৰ (১০ মে' ২০১৬)*

| | |
|---|---|
| পুৱা ৯ বজাত | ঃ পতাকা উত্তোলন । |
| পুৱা ৯.৩০ বজাত | ঃ শ্বহীদ তৰ্পণ। |
| দুপৰীয়া ১২ বজাত | ঃ হুঁচৰি দ্বাৰা মঞ্চ শুভ উদ্বোধন। |
| দুপৰীয়া ১ বজাত | ঃ প্ৰতিযোগিতা আৰম্ভ। |
| প্ৰতিযোগিতাসমূহ | ঃ সৰু বিহুৱা, সৰু বিহুৱতী আৰু জেং বিহু । |
| বিয়লি ৩ বজাত | ঃ বড়ো বিহু প্ৰতিযোগিতা (বৈসাগু মোসানায বাদায়নায)। |

*২৮ ব'হাগ, বুধবাৰ (১১ মে' ২০১৬)*

| | |
|---|---|
| পুৱা ১১ বজাত | ঃ জনগোষ্ঠীয় কৃষ্টি প্ৰদৰ্শন । |
| দুপৰীয়া ২ বজাত | ঃ মুকলি বিহু, হুঁচৰি সহ দলীয় বিহু প্ৰতিযোগিতা। |
| উদ্বোধক | ঃ ডাঃ অমৰেন্দ্ৰ গগৈ, বিশিষ্ট বিহু বিশেষজ্ঞ, লখিমপুৰ, অসম। |
| বিয়লি ৪ বজাত | ঃ শিমলুগুৰি শ্ৰেষ্ঠ বৰবিহুৱতী (বিহুৰাণী), বৰ বিহুৱতী প্ৰতিযোগিতা। |
| সন্ধ্যা ৬ বজাত | ঃ স্মৃতি গ্ৰন্থ "বসন্ত সুবাস" উন্মোচন। |
| সন্ধ্যা ৬.৩০ বজাত | ঃ বঁটা বিতৰণী সভা। |
| সন্ধ্যা ৮ বজাত | ঃ সাংস্কৃতিক সন্ধ্যা । |

### বিশেষ আকৰ্ষণ

'বিদ্যা সাগৰ' *লগতে* 'মিষ্টাৰ বিবুং গয়াৰী'ৰ গীতৰ শৰাই।

# ব'হাগ বিহুৰ অভিন্ন অংগ ঃ অৰ্কিডৰ ৰাণী কপৌফুল

তিলক কুমাৰ মহন্ত

শীতৰ শেষাৰ্ধৰ পৰাই অসম তথা উত্তৰ পূৰ্বাঞ্চলত প্ৰকৃতিয়ে ন-ৰূপ ল'বলৈ আৰম্ভ কৰে। চাৰিওফালৰ ৰিঙা ৰিঙা ভাৱৰ অৱসান ঘটাই এটি সতেজ পৰিৱেশৰ সৃষ্টি হয়। গছৰ আগত কোমল ৰং বিৰঙৰ কুঁহিপাত, পাতৰ আঁৰত কুলি-কেতেকীৰ মন-প্ৰাণ আকুল কৰা সুমধুৰ বিননি, বতাহত নাহৰ, তগৰ, কেতেকী, কপৌফুলৰ মিঠা সুবাস তথা আজাৰ, কঠনা, সোণাৰু আদি ফুলৰ সৌন্দৰ্যৰ স্বতঃস্ফুৰ্ত পোহাৰ...। মুঠতে নতুন বছৰটিক আদৰাৰ এক বিশাল আয়োজন। এইখিনি সময়তে বাটে পোৱালি জগায় আৰু মৰা গৰুৰ ছালেও বেবাবলৈ ধৰে। বসন্তৰ মধুৰ পৰশত প্ৰকৃতিৰ নুমলীয়া জী অসমী আইৰ শ্যামলী বুকুত অসমীয়াৰ জাতীয় জীৱনৰ আয়ুস ৰেখা স্বৰূপ ব'হাগ বিহুৰ বিনন্দীয়া ৰূপ আৰু ৰসে প্ৰাণ পাই উঠে। অসমীয়া ডেকা-গাভৰুৰ মন কমোৱা তুলাৰ দৰে উৰিবলৈ ধৰে। বিহুৱা ডেকাৰ ঢোলৰ গুম-গুমনিত নাচনীৰ গা সাতখন-আঠখন কৰে। ঘৰৰ সকলো কাম-বন এৰি নাচিবলৈ ওলাই আহে। প্ৰকৃতিৰ অমূল্য অৱদান কপৌফুল পাহে নাচনীৰ খোপাত সোণত সুৱগা চৰায়।

ব'হাগ বিহু মানেই কপৌফুল ফুলাৰ বতৰ। প্ৰকৃতিৰ অপূৰ্ব সৃষ্টি অৰ্কিড জাতীয় ফুলৰ ৰাণী কপৌফুল প্ৰতিগৰাকী অসমীয়াৰ অতি আদৰৰ। প্ৰায় ন শতাধিক অৰ্কিডেৰে উপচি থকা ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চল প্ৰকৃতিৰ অনন্য সৌন্দৰ্যৰ ৰম্যভূমি। শীতৰ শেষভাগৰ পৰা আৰম্ভ কৰি বৰ্ষা ঋতু

পৰ্যন্ত অসমৰ হাবি বন তথা বিভিন্ন পৰ্যটন ক্ষেত্ৰসমূহৰ লগতে প্ৰতিঘৰ অসমীয়াৰ বাৰীৰ আম, কঁঠাল, বকুল, তামোল, নাৰিকল কেইজোপা শুৱনি কৰি কপৌফুল, ভাটৌফুলৰ দৰে বিভিন্ন প্ৰজাতিৰ অৰ্কিডেৰে জাতিষ্কাৰ হৈ পৰে। কিন্তু সম্প্ৰতি বনাঞ্চলৰ উপৰি আমাৰ বাৰীসমূহৰ গছ-গছনি কাটি তহিলং কৰাৰ লগতে অন্যান্য বিভিন্ন কাৰণত সৃষ্টি হোৱা পৰিৱেশৰ প্ৰতিকূল অৱস্থাৰ ফলত হিমালয়ৰ পাদদেশৰ প্ৰাকৃতিকভাৱে অৰ্কিডৰ ৰম্যভূমিতেই বৰ্তমান ই বিলুপ্তিৰ পথত আগবাঢ়িছে। তেনে এবিধ বিপন্নপ্ৰায় অৰ্কিড তথা অসম আৰু অৰুণাচল প্ৰদেশৰ 'ৰাজ্যিক ফুল' হৈছে কপৌফুল। গ্ৰীক ভাষাৰ 'অকিচ' শব্দৰ পৰা 'অৰ্কিড' শব্দৰ উৎপত্তি হৈছে। ৰং, আকৃতি, সজীৱতা আদি বৈশিষ্ট্যৰ বাবে অৰ্কিডক উদ্ভিদ বিজ্ঞানৰ উদ্যান শস্য শাখাৰ 'ৰত্ন' হিচাপে অভিহিত কৰা হৈছে। সমগ্ৰ পৃথিৱীত ৭৫০ টা বৰ্গৰ মুঠতে প্ৰায় ২৫ হাজাৰ প্ৰজাতিৰ অৰ্কিড চিনাক্ত কৰা হৈছে আৰু বৰ্তমানেও নতুন নতুন অৰ্কিডৰ আৱিষ্কাৰ হৈ থকাৰ লগতে উদ্ভিদ বিজ্ঞানীসকলে গৱেষণাগাৰত প্ৰায় এক লাখ সংকৰ প্ৰজাতিৰ অৰ্কিডৰ সৃষ্টি কৰিছে। তাৰ ভিতৰত 'ৰিংক'ন'পচিচ মেল'ডি' আৰু 'নিয়'ষ্টাইলিছ ডেইন্টি' প্ৰজাতি বিশেষভাৱে উল্লেখযোগ্য। সেইদৰেই ভাৰতৰ প্ৰায় ১৩৫০ বিধ প্ৰজাতি আৰু উত্তৰ পূৰ্বাঞ্চলত প্ৰায় ৯০০ বিধ ভিন্ন প্ৰজাতিৰ অৰ্কিড পোৱা যায়। ইয়াৰে অসমত ১৪৫ বিধ, অৰুণাচল প্ৰদেশত ৫৬৮ বিধ, নাগালেণ্ডত ৩৪৮ বিধ, মেঘালয়ত ৩৬১ বিধ, মিজোৰামত ২৩৭ বিধ, ত্ৰিপুৰাত ৩৫ বিধ, মণিপুৰত ২৯৬ বিধ আৰু ছিকিমত ৫৩২ বিধ প্ৰজাতিৰ অৰ্কিড পোৱা যায়। অসমৰ ধেমাজি জিলাৰ জোনাইত থকা 'বৰ্ষাৰণ্য পবা' অৰ্কিডৰ ৰাণী কপৌফুলৰ বাবে বিখ্যাত।

কপৌফুলক ইংৰাজীত Foxtail Orchid অৰ্থাৎ শিয়ালনেজীয়া অৰ্কিড হিচাপে জনা যায়। ই উদ্ভিদৰ এনজিঅ'স্পাৰ্ম মনোকৰ্ড ৰাজ্যৰ অস্পাৰাগেলছ গণৰ অন্তৰ্গত। ইয়াৰ গোত্ৰ-আৰ্কিডাচিয়া, উপগোত্ৰ-এপিডেন-ড্ৰই ডি, জাতি-ভাণ্ডেই, উপজাতি-এইৰিডিনি, বৰ্গ-ৰিংক'ষ্টাইলিছ, প্ৰজাতি-ৰেটুজা আৰু বৈজ্ঞানিক নাম হৈছে ৰিংক'ষ্টাইলিছ ৰেটুজা।

কপৌফুল এবিধ অতি সুন্দৰ শৈলীৰে ফুলা অৰ্কিড জাতীয় একবীজপত্ৰী পৰাশ্ৰয়ী উদ্ভিদ। এডাল মঞ্জৰী দণ্ডত সৰু সৰু ফুলবোৰ বিশেষভাৱে সজ্জিত হৈ থাকে। দৰাচলতে কপৌফুল বহু ডিম্বকযুক্ত যৌগিক ফুল। প্ৰতি থোপা ফুলেই অসংখ্য বগা-ৰঙচুৱা ফুলৰ সমষ্টি। একোথোপা ফুল ৬০ ছেণ্টিমিটাৰ পৰ্যন্ত দীঘল হৈ ওলমি থাকে। ফুলবোৰ অতি ঘনকৈ থাকে আৰু চুঙা আকৃতিত ওপৰৰ পৰা তললৈ ক্ৰমান্বয়ে ফুলি পৰিৱেশটো মনোমোহা কৰি তোলে। বসন্ত ঋতু অহাৰ লগে লগে কপৌফুলবোৰ ফুলিবলৈ আৰম্ভ কৰে। ইয়াৰে কেইটামান প্ৰজাতি বৰ্ষা ঋতুৰ শেষান্তৰতহে ফুলা দেখা যায়। অসমত সাধাৰণতে আগতীয়া-মধ্যমীয়া-শেহতীয়া, দীঘল-চুটি-ঘূৰণীয়া, ডাঠ-পাতল, ৰঙচুৱা-বগা-হালধীয়া-কজলা আদি কেইবাটাও প্ৰজাতি পোৱা যায়।

কপৌফুলৰ পাত গাঢ় সেউজীয়া, একান্তৰ আৰু সমান্তৰাল সিৰা বিন্যাসযুক্ত হয়। পাতবোৰৰ কাষৰ অংশ উঠঙা, মাজৰ অংশ ভিতৰলৈ সোমোৱা, যথেষ্ট মঙহাল, মসৃণ, অতিশয় মজবুত, ৰসাল, বেকা আৰু কাণ্ডৰ লগত গভীৰভাৱে সংলগ্ন হৈ থাকে। ইয়াৰ শিপা দুই ধৰণৰ। এবিধে কাণ্ড অংশক আশ্ৰয়দাতাৰ গাত খামুচি ধৰাত সহায় কৰে বাবে ইয়াক দৃঢ়মূল বোলে আৰু সেউজীয়া বৰণৰ আনবিধ বায়ৱীয় মূলে বায়ুত ওলমি থাকি সালোক সংশ্লেষণ সংঘটিত কৰে।

সমুদ্ৰপৃষ্ঠৰ ৭০০ ৰ পৰা ১২০০ মিটাৰ

উচ্চতাত শুকান অথবা অৰ্ধশুকান মাটিৰ বনাঞ্চলৰ উদ্ভিদৰ গা-গছ, ডাল বা ঠাল-ঠেঙুলিত কপৌফুলৰ বিস্তাৰ হয়। এইবিধ পৰজীৱী উদ্ভিদক প্ৰচুৰ পৰিমাণে পানীৰ প্ৰয়োজন হয় যদিও সেমেকা ঠাইত ইহঁতৰ বংশ বৃদ্ধি নহয়। ভাৰত, বাংলাদেশ, বাৰ্মা, কম্বোডিয়া, চীন, ইণ্ডোনেছীয়া, লাডছ, মালয়েছিয়া, নেপাল, ছিংগাপুৰ, শ্ৰীলংকা, থাইলেণ্ড, ভিয়েটনাম আদি দেশত কপৌফুল পোৱা যায়।

ভাৰতৰ প্ৰধানকৈ উত্তৰ পূৰ্বাঞ্চল, উৰিষ্যা আৰু অন্ধ্ৰপ্ৰদেশত কপৌফুল পোৱা যায়। অন্ধ্ৰপ্ৰদেশত কপৌফুলক 'চিন্তাৰানামো' হিচাপে জনা যায়। সেইদৰে হিন্দী ভাষাত 'দ্ৰৌপদী মালা', মণিপুৰী ভাষাত 'সমজীৰৈ', মাৰাঠী ভাষাত 'গজৰা', 'সীতেচীবেনী', কংকনী ভাষাত 'পানছ কুলী', চীন ভাষাত 'জোৱান হুই লাং' হিচাপে জনা যায়।

কপৌফুলৰ ঔষধি গুণ বিশেষভাৱে উল্লেখযোগ্য। আয়ুৰ্বেদিক, বনৌষধি হিচাপে বৈদিক যুগৰেপৰা কপৌফুল ব্যৱহৃত হৈ আহিছে। বিভিন্ন ধৰণৰ আঘাত, থেতেলা খোৱা, কটা-চিঙা, মাখি ছাল ছিগা আদিত কপৌফুলৰ পাত, ফুল আৰু শিপা খুন্দি লগালে বিশেষ সু-ফল পোৱা যায়। ইয়াৰ শিপাৰ তিতা গুণৰ বাবে মধুমেহ, ৰক্তচাপ আদিৰ বাবে ফলদায়ক।

অসমত কপৌফুল সৰ্বজন সমাদৃত। ব'হাগ বিহু আৰু কপৌফুলৰ সম্পৰ্ক অংগাংগী। ৰঙালী বিহুৰ সৈতে সম্পৰ্ক থকা কপৌফুলৰ সুবাস আৰু সৌন্দৰ্যই সকলোকে মুগ্ধ কৰে। বিহুৱা ডেকাই নাচনীৰ কলডিলীয়া নাইবা নেঘেৰী খোপাত গুজি দিয়া কপৌফুল পাহি নাচনীৰ বাবে সৌন্দৰ্যৰ প্ৰতীক হৈ পৰে। সম্প্ৰতি বিহুতলিত নাচনীৰ খোপাত কপৌফুল থকাটো নিত্যান্তই বাঞ্ছনীয় হিচাপে বিবেচিত হৈ আহিছে। আনহাতে, অসমৰ যুৱ সমাজৰ মাজত কপৌফুল প্ৰেমৰ প্ৰতীক হিচাপে প্ৰচলন আছিল। সেইদৰে কপৌফুল হৈছে আনন্দ আৰু উৰ্বৰতাৰ প্ৰতীক। বিশেষতঃ দক্ষিণ ভাৰতৰ কিছুলোকে এইবিধ অৰ্কিডক শুভ প্ৰতীক হিচাপে বিয়াৰ মণ্ডপত ব্যৱহাৰ কৰা দেখা যায়।

কিন্তু অতিকৈ পৰিতাপৰ বিষয় এয়ে যে সম্প্ৰতি কপৌফুলৰ লগতে সমুদায় অৰ্কিড প্ৰজাতি দ্ৰুত হাৰত কমিবলৈ ধৰিছে। এচাম অসাধু লোকৰ অবাধ বনাঞ্চল ধ্বংসই এই ক্ষেত্ৰত অৰিহণা যোগাইছে। ফলত বৰ্তমান সময়ৰ বিহু মঞ্চত নাচনী গৰাকীৰ খোপাত প্লাষ্টিকৰ ফুল গুজি ল'বলগীয়াৰ দৰে পৰিস্থিতিৰ উদ্ভৱ হৈছে। অৱশ্যে ইয়াৰ সমান্তৰালভাৱেই কিছু প্ৰকৃতিপ্ৰেমী সংগঠনৰ লগতে ব্যক্তি বিশেষে সম্পূৰ্ণ নিজা প্ৰচেষ্টাৰে কপৌফুল, ভাটৌফুলৰ খেতি কৰি সংৰক্ষণৰ ব্যৱস্থা গ্ৰহণ কৰিছে। এই ক্ষেত্ৰত এই লেখকেও বৰ্তমানলৈকে কপৌফুলৰ ১৫ টা প্ৰজাতিৰ সংৰক্ষণ কৰিছে। তাৰ মাজতে শেহতীয়াকৈ ২০০৩ বৰ্ষৰ ৪ এপ্ৰিলত অসম চৰকাৰে কপৌফুলক 'অসমৰ ৰাজ্যিক ফুল' হিচাপে ঘোষণাৰে আপুৰুগীয়া তথা মনোমোহা অৰ্কিডবিধৰ সংৰক্ষণত বিশেষ গুৰুত্ব প্ৰদান কৰিছে। এই প্ৰসঙ্গত আমাৰ সকলোৰে যথেষ্ট কৰণীয় আছে। আমি সকলোৰে সংকল্পবদ্ধ হৈ এইবাৰ ব'হাগত প্ৰত্যেকৰে বাৰীৰ গছকেইজোপাত কপৌফুল, ভাটৌফুলৰ খেতি কৰি সৌন্দৰ্য বৃদ্ধিৰ লগতে বিপন্নপ্ৰায় অৰ্কিড প্ৰজাতিৰ উদ্ধাৰ অভিযানৰ অংশীদাৰ হওঁ আহক। ■

# বিহু ঃ কিছু অনুভৱ

ধৰণী বৰা

বিহু অসমীয়া জাতিৰ শ্ৰেষ্ঠতম পৰিচয়। অসমীয়া জাতীয় জীৱনৰ সমন্বয় আৰু সংহতিৰ প্ৰতীক। বিহু বুলি ক'লেই প্ৰতিজন অসমীয়াৰ মন-প্ৰাণ নাচি উঠে। ঢোল-পেঁপাৰ মাতে চৌদিশ মুখৰিত কৰি তোলে। গছে বনে ন-সাজ পিন্ধি প্ৰকৃতি চঞ্চলা, নৱ যৌৱনা হৈ পৰে। পলাশ মদাৰৰ ৰঙেৰে ৰাঙলী হোৱা চৌদিশে সোঁৱৰাই দিয়ে বিহু আহিল বুলি। অসমীয়া প্ৰাণৰ স্পন্দন তথা সমন্বয়ৰ এনাজৰী স্বৰূপ ব'হাগ বিহুত কুলিৰ মাতে সকলোকে বলিয়া কৰি তোলে। ডেকা-গাভৰুৰ মন হৃদয়ত যৌৱনে উখল-মাখল কৰে। আনন্দত আত্মহাৰা হোৱা অসমীয়াসকল ব'হাগ বিহুৰ পিছৰে পৰাই আৰম্ভ কৰে উৰ্বৰা পৃথিৱীৰ বুকু শস্যৰে শ্যামলীমা কৰি তোলাত ব্যস্ত হৈ পৰে। বসন্তৰ প্ৰথমজাক বৰষুণত ভাঁহি অহা কেঁচা মাটিৰ গোন্ধে অসমীয়াৰ মনত সৃষ্টিৰ জোৱাৰ তোলে। প্ৰকৃতিও হৈ পৰে সৃষ্টি উন্মাদনাৰে মায়াময় আৰু ছন্দময়।

লোক সংস্কৃতিৰ ব'হাগ বিহুৰ উল্লেখযোগ্য লোক ৰীতি হ'ল হুঁচৰি আৰু গো-পূজা। আজি সময়ৰ পৰিৱৰ্তনমূখী চিন্তা ধাৰাৰ বাবেই হওক বা আধুনিকতাৰ বাবেই হওক এসময়ৰ গছ তলৰ বিহু, ফুটুকানি তলৰ বিহু, নৈ পাৰৰ বিহু, বৰ ঘৰৰ বিহু আহি ৰজাঘৰ পালেহি। কালক্ৰমত ৰজাঘৰৰ বিহু

আহি মঞ্চ পালেহি। আজিৰ বিহুত আগৰ দৰে প্ৰাণ চঞ্চলতা নাই। অতীজৰ প্ৰকৃতিৰ জীয়ৰী ৰঙিলীজনীয়ে এতিয়া বিশ্বায়নৰ পৰশ পাই পৰিৱৰ্তন হ'বলৈ ধৰিলে। বিহু উদ্‌যাপনৰ প্ৰতিযোগিতা আৰম্ভ হ'ল। বিহু মঞ্চবিলাকত ৰাতি দুপৰলৈকে মৌ-কুঁৱৰী, মৌ-কোঁৱৰ, বিহু কুঁৱৰী, বিহু-কোঁৱৰ, দলীয় বিহু, হুঁচৰি বিহুৰ প্ৰতিযোগিতা আৰম্ভ কৰিবলৈ ল'লে। আকৌ কোনো এখন বিহু উদ্‌যাপন সমিতিয়ে একেখিনি প্ৰতিযোগিতাকে অন্য নামকৰণেৰে অনুষ্ঠিত কৰা দেখা যায়— বিহু ৰাণী, বিহু সম্ৰাজ্ঞী, বৰ ৰাণী প্ৰতিযোগিতা। প্ৰকৃতাৰ্থত কি নামকৰণেৰে প্ৰতিযোগিতাসমূহ অনুষ্ঠিত কৰিব লাগে —সেই বিষয়ে বিহু সমিতিসমূহ এক মতত উপনীত হোৱাৰ নিশ্চয় আৱশ্যক আছে। সময়ৰ পৰিৱৰ্তনৰ লগে লগে বাপতি সাহোন ব'হাগ বিহুটিৰ নামত কিছুমান নেতিবাচক দিশে সততে ক্ৰিয়া কৰিবলৈ লৈছে— যাৰ ফলশ্ৰুতিত পূৰ্বৰ গৰিমা অটুট ৰখাৰ পৰা অন্য দিশে ধাৱমান হোৱা দেখা যায়। সাতামপুৰুষীয়া বিহুৰ ঐতিহ্য পৰম্পৰাৰ পৰিৱৰ্তন কেনেদৰে গ্ৰহণযোগ্য হ'ব পাৰে— ই এক চিন্তনীয় বিষয়। একেটা অঞ্চল বা একেখন চহৰতে দহ-বাৰ-পোন্ধৰখনকৈ ব্যয়বহুল প্ৰতিয়োগিতামূলক বিহু সন্মিলন পাতি সাধাৰণ ৰাইজক জোৰ-জুলুম কৰি চান্দা-বৰঙণি উঠাই সন্মিলন পতাটো সমীচীন হোৱা নাই। আজিকালি দেখা যায় যে ব'হাগ বিহুৰ প্ৰথম গৰু বিহুৰ দিনা বিভিন্ন অঞ্চলত পুৱা ভাগতে বিহু আদৰণি অনুষ্ঠান পাতিবলৈ কিছু ডেকা-গাভৰুৱে ৰাস্তাৰ মাজত ৰচি বান্ধি বা বেঞ্চ ৰাখি বাটৰুৱা বা গাড়ী চালকৰ পৰা টকা সংগ্ৰহ কৰি বিহু আদৰণি পতাটো কিমান যুক্তিসংগত ? একেদৰেই বিহু কেইদিনত সন্ধ্যাৰ পৰা মাজ ৰাতি বা পুৱা ভাগলৈকে কেইজনমান ডেকাই লংপেণ্ট-স্পৰ্টিং পিন্ধি এঢোক খাই হাতত ভগা টিং লৈ ঘৰে ঘৰে বিহু গাবলৈ যোৱাটো গৃহস্থসকলে কি দৰে গ্ৰহণ কৰিব —সেয়াও এক চিন্তনীয় বিষয়। বিহুৰ সৈতে অসমীয়া সংস্কৃতিৰ প্ৰায়বোৰ উপাদান ওতঃপ্ৰোতভাৱে জড়িত হৈ আছে। আজিৰ উঠি অহা প্ৰজন্মৰ মাজত বিহু বুলি জ্যেষ্ঠজনক সেৱা ধৰি আশীৰ্বাদ লোৱা, গৃহস্থক বছৰটোৰ মঙ্গল কামনা কৰা পৰম্পৰাবোৰ ক্ৰমশঃ হেৰাই গৈছে। পৰিৱৰ্তিত সময়ৰ সোঁতত নতুন প্ৰজন্মৰ দৃষ্টিত প্ৰায়বোৰ লোকাচাৰ আৰু পৰম্পৰা হেৰাই যোৱাৰ উপক্ৰম হৈছে।

বিহু বৃহত্তৰ অসমীয়া জন জীৱনৰ পৰিচয়ৰ বাহক সত্বা ৰূপে পৰিগণিত হৈ আহিছে। অসমীয়া জাতীয় জীৱনৰ আৱেগ-অনুভুতি আৰু সন্মানৰ সৈতে সাঙোৰ খাই আছে। পশ্চিমীয়া সংস্কৃতিৰ অবাধ আমদানীয়ে থলুৱা গীত-মাত, কলা-কৃষ্টিৰ ওপৰত বেয়াকৈ প্ৰভাৱ পেলাইছে। ঐতিহ্যমণ্ডিত নিপোতল সংস্কৃতি বিজতৰীয়া সংস্কৃতিয়ে গ্ৰাস কৰি নৱ প্ৰজন্মৰ মন আৰু মগজু অপ-সংস্কৃতিয়ে ছানি ধৰিছে। অসমীয়াৰ বাবে ৰহনীয়া সংস্কৃতিৰ পথাৰখনত অপ-সংস্কৃতিয়ে বাহ লৈছে। বিহুৰ কলা-কৃষ্টিৰ পৰম্পৰা ৰক্ষা কৰাটো আমাৰ সকলোৰে দায়িত্ব আৰু কৰ্তব্য। চেনেহৰ বিহুটিৰ অস্তিত্ব ৰক্ষাৰ দায়িত্ব কোনো কাৰো ওপৰত অৰ্পণ ককৰা নাই। এইক্ষেত্ৰত আমাৰ সকলোৰে উমৈহতীয়া দায়িত্ব আছে। মাজে মাজে বাতৰি কাকতৰ শিৰোনামা দখল কৰা, কেতিয়াবা ভিন্ন ইলেকট্ৰনিক মিডিয়াসমূহত বিহু সম্পৰ্কীয় বিতৰ্কসমূহ পঢ়িবলৈ বা দেখিবলৈ পাওঁ। অমুক শিল্পীয়ে অমুকখন বিহু সন্মিলনত হিন্দী গীত পৰিৱেশন কৰিলে, কোনো এগৰাকী শিল্পীয়ে আকৌ চুটিকৈ কাপোৰ পৰিধান কৰি বিহু মঞ্চত গীত পৰিৱেশন কৰিলে, কোনোবাই মদ খাই ..... ইত্যাদি।

ইয়াৰ মাজতে আকৌ বিহু মঞ্চত গীত গাই থাকোতে শিল্পীৰ গালে দৰ্শকৰ মাজৰপৰা কোনোবাই শিলগুটি দলিওৱা ঘটনাও সংঘটিত নোহোৱাকৈ থকা নাই।

হঠাৎ মনত পৰিল কেইবছৰমানৰ আগতে পঢ়া এখন বিহু সম্পৰ্কীয় কিতাপলৈ। লতাশিল বিহু মঞ্চত প্ৰথমবাৰলৈ অনুষ্ঠিত কৰা অনুষ্ঠানটিলৈ। অসমৰ সিংহ পুৰুষ হিচাপে পৰিচিত অসমীয়া কৃষ্টিৰ শিৰোমণি ৰাধা গোবিন্দ বৰুৱাৰ তত্বাৱধানত প্ৰথম মঞ্চ বিহু ১৯৫২ চনত উদ্‌যাপন কৰা হৈছিল। সেই বিহু সন্মিলনলৈ স্বতঃস্ফুৰ্তভাৱে গুৱাহাটীৰ সকলো ৰাইজ, বৃদ্ধ-বনিতা, পুৰুষ-মহিলা সকলোৰেই অসমীয়া সাজ-পাৰ, ধুতি-পাঞ্জাৱী, মুগা-পাটৰ মেখেলা-চাদৰ পৰিধান কৰি লতাশিললৈ ওলাই আহিল। তাকে দেখি লতাশিলৰ ব'হাগীজনীৰ যেন সোণত সুৱগা চৰিল। ধুতী-পাঞ্জাৱী পিন্ধি ডিঙিত ওলোমাই লোৱা গুণা কটা চাদৰৰ সৈতে ৰাধা গোবিন্দ বৰুৱা, সাহিত্যাচাৰ্য অতুল চন্দ্ৰ হাজৰিকা, ড° বিৰিঞ্চি কুমাৰ বৰুৱা, বিহগী কবি ৰঘুনাথ চৌধুৰীৰ লগতে বিহু সমিতিৰ প্ৰতিজন বিষয়ববীয়া, সদস্য সদস্যাই ধুতি-পাঞ্জাৱী মুগা ৰিহা-মেখেলা পিন্ধি বিহুতলীত দুগুণে জেউতি চৰাইছিল। সেই বিহু মঞ্চতে গণ শিল্পী মঘাই ওজাই তিনি দিনেই ঢোল বাদন পৰিৱেশন কৰি বিহুপ্ৰেমী ৰাইজক বলিয়া কৰি তুলিছিল।

আমাৰ এটা কথা সকলোৰে জ্ঞাত যে নামঘৰবোৰত সোমাবলৈ ধুতি পিন্ধি যাবই লাগে। বিয়াত দৰাই বা দায়িত্ব থকা সকলে ধুতি-পাঞ্জৱী পিন্ধাটো এক পৰম্পৰা। আনকি মৃতকৰ আত্মাৰ সদ্‌গতিৰ বাবে অনুষ্ঠিত কৰা সকলো কামতে ধুতি-পাঞ্জাৱী পিন্ধিবই লাগে। এইবিলাকৰ পৰা সহজেই অনুমান হয় যে অসমীয়া সমাজৰ বাবে ধুতি-পাঞ্জাৱী অপৰিহাৰ্য বস্ত্ৰ। আজি কেইদিনমানৰ আগতে ১৯৭২ চনত অনুষ্ঠিত কৰা অন্য এখন বিহু সন্মিলন উদ্‌যাপনৰ বিষয়ে পঢ়িবলৈ পালো। সেইখন বিহু সন্মিলনৰ উদ্যোক্তাসকলে পৰম্পৰাৰ সাজ-পাৰ পৰিধান কৰাৰ লগতে বিহু চাবলৈ অহা বিহুপ্ৰেমী ৰাইজে অসমীয়া সাজপাৰ পৰিধান কৰাত মুখ্য অতিথি হিচাপে নিমন্ত্ৰণ কৰি অনা বাগ্মীবৰ নীলমণি ফুকনদেৱে মুখত হাঁহি বিৰিঙাই কৈছিল—'তহঁতে বিহু আৰু বিয়াবোৰত আজি পিন্ধি অহা সাজ যোৰ কাহানিও নেৰিবিহঁক।' ককাৰ কথাত সকলোৱে প্ৰতিশ্ৰুতি দিছিল— 'হয় ককা, আপোনাৰ কথা আমি আটায়ে সদায় মনত ৰাখিম। নিজা অসমীয়া সাজযোৰৰ কথা কেতিয়াও নাপাহৰো।'

বৰ্তমান সাতামপুৰুষীয়া ৰঙালী বিহু কোন দিশে গতি কৰিছে সকলোৱে নিশ্চয়কৈ দেখিছে। শিল্পীসকলে বিহু মঞ্চত জিন্‌ছৰ টি-চাৰ্ট, ছুটী-ছুটী স্কাৰ্ট পিন্ধি বিহুগীত পৰিৱেশন কৰিলে কেনে লাগে কল্পনা কৰকচোন। এচাম শিল্পীয়ে আকৌ আশালীন আৰু অৰ্থহীন বিহুগীত পৰিৱেশন কৰি অসমীয়া বিহু গীতক নিকৃষ্ট পৰ্যায়লৈ লৈ গৈছে। আনকি ঘৰৰ পৰিয়ালৰ মানুহখিনিক লগত লৈ অনুষ্ঠান উপভোগ কৰিবলৈ গ'লে নিজকে লাজ অনুভৱ হয়।

আমাৰ বিহু সংস্কৃতি হৈছে জাতিটোৰ আয়ুস ৰেখা। বিহু অসমীয়াৰ বাপতি সাহোন। এই সংস্কৃতি জীয়াই ৰখাটো আমাৰ সকলোৰে কৰ্তব্য। যদি তাচপাতৰ দৰে খহি যায় জাতিৰ সমস্ত গৌৰৱ, অন্য সমাজৰ চকুত সি হৈ পৰিব এটা ঘৃণিত অৱহেলিত জাতি হিচাপে। ইয়াৰ বৃহত্তৰ স্বাৰ্থ ৰক্ষাৰ খাতিৰত ১৯১০ চনত অসমৰ বহুকেইজন বিশিষ্ট ব্যক্তিৰ সান্নিধ্যত গঠন কৰা হয় বিহু সমন্বয়ৰক্ষী সমিতি। জাতীয় সংস্কৃতি ৰক্ষা কৰা নিমিত্তে সৰ্বসন্মতিক্ৰমে প্ৰস্তুত কৰা হয় নিয়মাৱলী। উল্লিখিত নিয়মাৱলীত

পৰম্পৰা সাজপাৰ, আ-অলংকাৰ, বিহু নাম, জাত, ভংগিমা, ঢোলৰ চেও, বিহু বাদ্য, মঞ্চত অনুষ্ঠিত হোৱা প্ৰতিযোগিতাসমূহৰ নামকৰণ, স্থানীয় শিল্পীক গুৰুত্ব প্ৰদান, সময়মতে সন্মিলনসমূহৰ সামৰণি, চান্দা-বৰঙণি সংগ্ৰহ কৰাৰ ক্ষেত্ৰত গুৰুত্ব, সাংস্কৃতিক সন্ধ্যা উচিত সময়ত সামৰণি মৰা আদি কাৰ্যসূচী হাতত লৈ অসমৰ ভিন্ন জিলাত গঠন কৰা হয় জিলা সমিতি, আঞ্চলিক সমিতি আৰু শাখা সমিতিসমূহ। এই জিলা, আঞ্চলিক আৰু শাখা সমিতিসমূহে সাংগঠনিক দিশত অধিক গুৰুত্ব দিব লাগিব। মুষ্টিমেয় কেইজনমান লোকক দায়িত্ব অৰ্পণ কৰি সমিতিসমূহ গঠন কৰিলে সাংগঠনিক ক্ষেত্ৰত নিশকটীয়া হৈ থাকিব। অসমৰ ভিন্ন জাতি-সম্প্ৰদায়ৰ লোকসকলক লগত লৈ সমিতিসমূহ গঠন কৰি অঞ্চল বিশেষে সভা সমিতি অনুষ্ঠিত কৰি বহলকৈ প্ৰচাৰ কৰিব পাৰিলেহে নতুন প্ৰজন্মৰ দায়বদ্ধতা বৃদ্ধি পাব আৰু সকলোৰে মাজত সচেতনতা বাঢ়িব লগতে অসমৰ বিহু সমিতিসমূহে একেলগে কাম কৰিলেহে বিহুৰ পৰম্পৰা জীয়াই থাকিব।

সদৌ শেষত গুৱাহাটী লতাশিল ৰঙালী বিহুৰ পৰম্পৰা ৰক্ষা কৰি বিহু গোৱা, বিহু চোৱাৰ দৰে সকলো ওলাই আহক। সকলোৰে ঐতিহ্য আৰু পৰম্পৰা যাতে ৰক্ষা কৰা হয় তাৰ বাবে যৎপৰোনাস্তি চেষ্টা কৰো। তেতিয়াহে আমাৰ প্ৰাণৰ বিহুটিয়ে ন-ৰূপত ন-প্ৰাণত জিলিকি থাকিব। ■

## উদ্‌যাপন সমিতিৰ সভাপতি-সম্পাদকৰ তালিকা

### প্ৰথম বাৰ্ষিক কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন (২০০৭ চন)

| | | |
|---|---|---|
| সভাপতি | ঃ | মিলন বৰবৰুৱা, মুখ্য সম্পাদক ঃ নিতুমণি বৰুৱা (২০০৭ চন) |
| সভাপতি | ঃ | মিলন বৰবৰুৱা; মুখ্য সম্পাদক ঃ নিতুমণি বৰুৱা (২০০৮ চন) |
| সভাপতি | ঃ | ভূপেন কুমাৰ বৰা, মুখ্য সম্পাদক ঃ ৰাজু বৰা (২০০৯ চন) |
| সভাপতি | ঃ | নিতুমণি বৰুৱা, মুখ্য সম্পাদক ঃ দেৱজিৎ দুৱৰা (২০১০ চন) |
| সভাপতি | ঃ | মহেশ্বৰ বৰুৱা, মুখ্য সম্পাদক ঃ ৰাজু বৰা, অনিল স্বৰ্গীয়াৰী (২০১১ চন) |
| সভাপতি | ঃ | মিলন বৰবৰুৱা, মুখ্য সম্পাদক ঃ ৰাতুল গগৈ (২০১২ চন) |
| সভাপতি | ঃ | ভূপেন কুমাৰ বৰা, মুখ্য সম্পাদক ঃ ৰাজু বৰা (২০১৩ চন) |
| সভাপতি | ঃ | চন্দ্ৰ সেনাপতি, মুখ্য সম্পাদক ঃ দেৱজিৎ দুৱৰা (২০১৪ চন) |
| সভাপতি | ঃ | মিলন বৰবৰুৱা, মুখ্য সম্পাদক ঃ ৰাজেন বৰুৱা, (২০১৫ চন) |
| সভাপতি | ঃ | লেখন গগৈ, মুখ্য সম্পাদক ঃ ৰূপম দুৱৰা, দুৰ্লভ স্বৰ্গীয়াৰী (২০১৬ চন) |

# বিহু সন্মিলন আৰু প্ৰতিযোগিতা ঃ কিছু কথা

মনোজ হাতীবৰুৱা

অসমীয়াৰ জাতীয় চেতনাৰ অনবদ্য কৃষ্টি বিহু। নতুন বছৰ এটাক আদৰি লোৱাৰ এক লোক কলা। শস্য-মৎস্য, যৌৱন, জীৱনৰ বৰ্ণনাৰে কণ্ঠ উপচি পৰি পাৰ ভাঙে জাতি বৰ্ণৰ। ভাষা ভেদে কণ্ঠৰ জোৰ ভিন্ন।

গছৰ তলৰ বিহুৱে ৰাজআলিয়েদি আহি বাট চ'ৰাইদি সৰকি চোতালত ভৰি থ'লে। কিছু ৰূপ সলালে। ৰূপান্তৰৰ সাজ পিন্ধি মঞ্চত উঠিল। জনপ্ৰিয়তা বাঢ়িল। গাঁৱৰ বিহুৱা-বিহুৱতীয়ে একগোট হৈ গঠন হ'ল বিভিন্ন বিহু দলৰ। গাঁৱৰ বিহুৱা দলসমূহৰ প্ৰদৰ্শন একেলগে উপভোগ কৰিবৰ বাবেই হয়তো আৰম্ভ হ'ল বিহু সন্মিলনৰ। জাক জাক বিহুৱা দলে অংশ গ্ৰহণ কৰি সফল কৰি তোলা সন্মিলনে আকৰ্ষণ কৰিলে দেশী-বিদেশী লোকক। লোকে লোকাৰণ্য হৈ পৰা এই বিহু সন্মিলনবোৰত অসমৰ থলুৱা লোক কলা-সংস্কৃতিয়েও স্থান পালে। সাংস্কৃতিক সমন্বয়ৰ উৰ্বৰ থলী হৈ পৰিল এই বিহু সন্মিলনবোৰ। বিহু সন্মিলনৰ এই বিৱৰ্তনৰ ছবি আমি গৱেষণাৰ তথ্যৰে নহয় আমাৰ চাক্ষুস প্ৰামাণ্যৰে উল্লেখ কৰাৰহে আমি প্ৰয়াস কৰিছো।

আমাৰ মনত থকা দিনৰ পৰা বৰ্তমানলৈকে প্ৰতিটো ব'হাগত যিমানবোৰ সন্মিলন আমি উপভোগ কৰিছো— প্ৰতিবাৰতে পৰিৱৰ্তনৰ কিছু আভাস পাবলৈ সক্ষম হৈছো। বিহু সন্মিলনত অংশ গ্ৰহণ কৰা বিহুৱা দলৰ প্ৰদৰ্শনক শ্ৰেষ্ঠতাৰ ঘোষণাৰে আৰম্ভ হ'ল প্ৰতিযোগিতা।

এই প্ৰতিযোগিতাই যেন আদৰৰ বিহুক কিছু ৰং দিলে, কিছু ৰং সলোৱালে। তাহানিতে অনুষ্ঠিত হোৱা বিহু সন্মিলনবোৰত দেখিছিলো— বৰদেউতা, আইতা, দদাইদেউ, খুড়ীদেউহঁতৰ বিহু বলীয়া প্ৰাণ। বিহু সন্মিলনত অংশগ্ৰহণ কৰি গাঁৱৰ ঐক্যতাক দেখুৱাব পৰাটোৱেই যেন বিহুৱা দলবোৰৰ প্ৰধান লক্ষ্য আছিল। বঁটা-বাহনৰ গুৰুত্ব নাছিল। নিজৰ কৰ্মজীৱনক প্ৰভাৱিত কৰা লোক-কলাসমূহক বিহু দলসমূহে প্ৰদৰ্শন কৰা দেখা পাইছিলো। দেখা পাইছিলো তাঁত বোৱা, কঠীয়া তোলা, ভুঁই ৰোৱা, ধান দোৱা, নাও বোৱা, কোৰ মৰা, ভংগীমাৰ নাচ। বৰদেউতা, দদাইদেউহঁতে গিৰিপনিৰে মাটি চাৰি আঙুল বহাইছিল। কিন্তু বৰ্তমান সেইবোৰ ক'ত? প্ৰতিযোগিতাৰ ধামখুমীয়াত বিহুৰপৰা এইবোৰ হেৰাই গ'ল নেকি? সময়ৰ অভাৱত এই নাচবোৰ প্ৰদৰ্শন নহয়নে প্ৰতিযোগিতাৰ বাবে ব্যৱহৃত তথাকথিত নিয়মাৱালীয়ে ভীতি প্ৰদান কৰিছে? বৰ্তমান বিহুৱা দলসমূহৰ হৈ থকা প্ৰতিযোগিতামুলক প্ৰদৰ্শনীৰ পৰা কিমান শতাংশ বিহু আমি উপভোগ কৰিব পাৰো? বিহুৱা দলসমূহে পৰিধান কৰা সাজ-পাৰসমূহ প্ৰকৃততে তাহানি তেনেকুৱাই আছিলনে? নে বিহুক ৰক্ষা কৰিবলৈ যুগুত কৰা নিয়মাৱলীয়ে এনে কৰাইছে? এনে ধৰণৰ অজস্ৰ প্ৰশ্নই আমাৰ মনত খেলা কৰে। কিন্তু উত্তৰ পাম ক'ত? শ্ৰদ্ধেয় বিহু গৱেষক ড° লীলা গগৈ, জয়ন্তকান্ত গন্ধীয়া, প্ৰফুল্ল চন্দ্ৰ গোস্বামী প্ৰভৃতি সাধকসকলে তথ্য সহকাৰে কিছু বিহু সম্পৰ্কীয় ৰীতি-নীতিমূলক সন্দেদ আমাক দিছে যদিও বিহুৰ ঐতিহাসিক পটভূমি আৰু বৰ্তমানৰ বিহুৰ ক্ষেত্ৰত প্ৰভেদ বিদ্যমান। বিশেষকৈ ৰঙালী বিহুৰে প্ৰতিযোগিতাৰ মঞ্চত ঐতিহ্য হেৰুৱাইছে যেনহে লাগে। আমাৰ মন্তব্য হয়তো বিতৰ্কমূলক হ'ব; কিন্তু শ্ৰেষ্ঠ বিহুদল, শ্ৰেষ্ঠ বিহুৱাণী, বিহু সম্ৰাজ্ঞী আদি বিশেষণাত্মক শব্দৰ প্ৰয়োগে আকৰ্ষণ বৃদ্ধি কৰিছে সঁচা। এনে ধৰণৰ বঁটা-বাহনবোৰ প্ৰাপ্তিৰ ক্ষেত্ৰত যি নিকৃষ্ট পন্থা অৱলম্বন হোৱাৰ তথ্য পোহৰলৈ আহিছে, ই আমাৰ আদৰৰ বিহুটিৰ বাবে বিপদ সংকেত কঢ়িয়াই আনিছে। বিহুৰ বিচাৰৰ পদ্ধতি সন্তোষজনক বুলি ভাবিলেও স্বচ্ছ বুলি ক'ব নোৱাৰি। বিচাৰক আৰু প্ৰতিযোগীৰ গোপন সম্পৰ্কই আঘাত হানে উদ্যাপন সমিতিক। অপ্ৰিয় হ'লেও সত্য প্ৰতিযোগীসকলেই উচ্চাৰণ কৰে এটা শব্দ *"চিটিং"*। এই প্ৰক্ৰিয়া গৰিহণাৰ যোগ্য যদিও প্ৰতিৰোধৰ ব্যৱস্থা কোনোবাই ল'বনে?

বিহুক বাণিজ্যিকীকৰণত হৈ-হাল্লা সৃষ্টি হৈছে, কিন্তু ৰোধ হোৱা নাই। আমি দৰ্শক হিচাপে চাওঁ এনে এটা বিহু দলে শ্ৰেষ্ঠ দলৰ সন্মান পায়— যিটো দলত খাতি সাজ-পাৰ, আ-অলংকাৰ আদিবোৰৰ সলনি নকলি সাজ-পাৰ, আ-অলংকাৰহে দেখা যায়। তেনেহ'লে সেই দলটো শ্ৰেষ্ঠ হ'ল কেনেকৈ? বৰ্হমথুৰিৰ ভেষজ ৰঙৰ পৰিৱৰ্তে বজাৰত কিনা লিপষ্টিক, তেজে টুলবুল কৰি থকা গুলপীয়া গাল দুখনৰ পৰিৱৰ্তে কৃত্ৰিম প্ৰসাধন সামগ্ৰীৰ দৃষ্টি কটু প্ৰয়োগেৰে বগী হোৱা, প্লাষ্টিকৰ গামখাৰু, প্লাষ্টিকৰ কপৌফুল অন্যান্য অলংকাৰ পৰিধান কৰা বিহুৱতী এগৰাকীক *"বিহুৱাণী"* খিতাপ প্ৰদান আদিয়ে বাৰু আমাৰ বিহুক ভেজাল কৰা নাইনে? যদি এইবোৰ শুদ্ধ বা গ্ৰহণযোগ্য হয়;

তেন্তে আমি আমাৰ এই সাতামপুৰুষীয়া ঐতিহ্যক আৰু দুই-তিনি দশকৰ পাছত প্ৰকৃততে কি বুলি দোহাৰিম— তাক লৈ মনত সংশয় ওপজে।

অভিজ্ঞসকলে বিহুৰ ঐতিহ্যক ধৰি ৰখাৰ প্ৰয়াস কৰিছে। কিন্তু এই ক্ষেত্ৰত *"বিহু ব্যাকৰণ"* প্ৰচলন সঠিক বুলিও আমি নাভাবো। কেতিয়াবা দুই এক বিচাৰত উত্থাপন কৰা কিছুমান বক্তব্য বিতৰ্কমুক্ত বুলি ক'ব নোৱাৰি। এফালে যিমান শুদ্ধ কৰাৰ প্ৰচেষ্টা কৰা হৈছে সমান্তৰালভাৱে ভুলেও সিমানেই গতি লাভ কৰিছে যেন আমাৰ নগন্য মগজুত ধৰে।

আমি আশা কৰিম ঐতিহাসিক পৰম্পৰা আৰু ৰীতি-নীতিৰে বিহু উদ্‌যাপন হওঁক। অজস্ৰ অৰ্থ সম্বলিত বঁটা-বাহনেৰে নহয়— প্ৰত্যেক প্ৰকৃত বিহুৱা দলক সন্মান জনোৱা হওঁক সম-দৃষ্টিৰে। তেতিয়া হয়তো বিহুৰ বিৱৰ্তনৰ দস্তাবেজত সংশোধিত পৃষ্ঠা সংযোজিত হ'ব।■



# বিহুৰ পৰম্পৰা আৰু আমাৰ কৰণীয়

ৰাতুল গগৈ

*"বিহুৰে বিৰিণা পাত*
*বিহু থাকে মানে বিহুকে বিনাবা*
*বিহু গ'লে বিনাবা কাক।"*

অসমীয়া সমাজ ব্যৱস্থাত জাতীয় উৎসৱ ৰঙালী বিহুৰ ভূমিকা গুৰুত্বপূৰ্ণ। আদিম অৱস্থাৰ প্ৰাচীৰ ভাঙি মানুহ সভ্য সমাজত মিলাপ্ৰীতিৰে বাস কৰিবলৈ লোৱাৰে পৰাই আমাৰ বিভিন্ন উৎসৱ-পাৰ্বণৰ জন্ম। অসমতো ৰঙালী বিহু প্ৰকৃততে কেতিয়া, কোন মুহূৰ্তত প্ৰাণ পাই উঠিছিল, এই সম্বন্ধে ইতিহাস নিমাত। কিন্তু মধ্যযুগীয় আহোম ৰজাসকলৰ পৃষ্ঠপোষকতাতেই বিস্তাৰ লাভ কৰিছিল— সেয়া সকলোৰে বিদিত। ঠিক তেতিয়াৰে পৰাই আজিকোপতি ৰঙালী বিহু মান-মৰ্যাদা, উৎসাহ-আনন্দৰ যোৱাৰ কিন্তু এক বিন্দুও ম্লান পৰা নাই। বৰঞ্চ ই দিনক দিনে বাঢ়িছেহে। সেয়ে ভয় হয় বাঢ়নী টৌৰে কেতিয়াবা চেনেহৰ বিহুটিক নষ্ট কৰি পেলাব বুলি। কাৰণ, অতি আধুনিকতাৰ ধামখুমীয়াত বাপতি সাহোন বিহুটিৰ অৱস্থা তেনেই থৰকবৰক। আধুনিকতাৰ আলি দোমোজাত সেয়ে নিজকে প্ৰশ্ন কৰোঁ— "বিহুৰ প্ৰতি আমাৰ অনীহা উপজিছে নেকি?"

আমাৰ পুৰণি দিনবোৰলৈ যেতিয়া মনত পেলাওঁ— বিহু উদ্‌যাপনৰ সেই সোণালী দিনবোৰে আজিও আমাক আবেগিক কৰি তোলে। আমাৰ দিনত বিহু আগমনৰ প্ৰথম বতৰা যেতিয়া কুলিজনীয়ে

দিয়ে— আমি আঙুলি পাবত হিচাপ কৰি পেলাওঁ— বিহুলৈ আৰু কেইটা দিন বাকী? আমি সাজু হওঁ পিঠা-পনাৰ বাবে খৰি কাঠ যোগাৰ কৰাৰ বাবে, বিহুৰ বাবে মাখিয়তি, দীঘলতি, গৰুৰ নতুন পঘা বটাৰ কথা। বিহুলৈ কেইদিনমান থাকোঁতেই আমি জাকে জাকে দল বান্ধি হাবিলৈ যাওঁ খৰি কাটিবলৈ আৰু হাবিত যেতিয়া বনৰীয়া কপৌফুল দেখো, চাৎকৈ মনত পেলাওঁ চেনেহীজনীলৈ...। উভতি আহোঁতে তৰাণিবোৰৰ পৰা গোট গোট তৰাগছ উভালি আনো নতুন পঘাৰ বাবে। বিহুৰ প্ৰথম দিনটোত ডাঙৰক সেৱা কৰি সন্ধ্যা যেতিয়া নামঘৰত দবা কোবায়। তেতিয়াই যেন আমাৰ হুঁচৰি গোৱাৰ যেন সংকেত ধ্বনি বাজি উঠে। নামঘৰৰ মজিয়াতে বিহু আৰম্ভ কৰি আমি গৃহস্থৰ চোতাল পাওঁ। শৰাইখনৰ অৰিহণা (টকা-পইচা)তকৈ আমাৰ গুৰুত্ব থাকে গৃহস্থীৰ পিঠা-পনাত। তেনেদৰেই তিনি-চাৰিদিন বিহু গোৱাৰ অন্তত আমি বিহু উৰুৱাই (কেতিয়াবা মুকলি পথাৰত যদিও প্ৰায়ে নামঘৰত) ভোজ-ভাত খাওঁ আৰু ৰাহি টকাৰে নামঘৰৰ কাম, ক্লাব সংঘৰ কাম নাইবা পুথিভঁৰাল আদিৰ কামত লগাওঁ। অন্যথা ঢোল-তাল এযোৰকে কিনি থওঁ। কিন্তু সঁচা কথা ক'বলৈ গ'লে বিহুৰ পুৰণি মাদকতা আজিৰ বিহুত বিচাৰি নাপাওঁ। এতিয়াৰ বিহু যেন হাই-হুলস্থূল, আনন্দ-তামাচা আৰু তীব্ৰ প্ৰতিযোগিতাৰ এক বহুৱালি মাত্ৰ। নৱ প্ৰজন্মই হয়তো নাজানে নতুন পঘা বটাৰ আনন্দৰ কথা। তেওঁলোকে হয়তো এতিয়াও নাজানে বিহুৱান গামোচাখনৰ আকৰ্ষণ কিমান? হয়তো অনুভৱ কৰিবও নোৱাৰে কপৌ-তগৰ মালতীৰ মিঠা সুঘ্ৰাণৰ কথা। আজিৰ বস্তুবাদী ভোগ সৰ্বস্ব দিনত বিহু এতিয়া বজাৰৰ পণ্য সমাগ্ৰী। টি.ভি.ৰ পৰ্দাত বিহুৰ বিয়াগোম মঞ্চত নাইবা ম'বাইলৰ Whastapp, Facebook তেই আজি সীমাবদ্ধ বিহুৰ সংজ্ঞা। আজিৰ আধুনিক শিক্ষাৰ যুগত কেৱল 'খানা' খোৱাৰ নামতে পইচা দাবী কৰি হুঁচৰি গোৱাটো চৰম লজ্জাজনক নহয়নে?

সেয়ে পঢ়ুৱৈ ৰাইজলৈ আমাৰ অনুৰোধ— সময় থাকোতেই আমি যেন সচেতন হওঁ। পৰিৱৰ্তন আৰু ৰূপান্তৰৰ মাজতো যেন আমাৰ ৰঙালী বিহুটিৰ স্বকীয়তা কোনোদিন হেৰাই নাযায়। কাৰণ, বিহু কেৱল উৎসৱেই নহয়; ই সমন্বয়ৰো ধ্বজাবাহক। আহক, হাজাৰ ব্যস্ততাৰ মাজতো আমি পুনৰ এবাৰ ব'হাগৰ প্ৰেমত পৰোঁ...। ■

# আদিবাসীসকলৰ অন্যতম উৎসৱ *চাৰুল পৰৱ*

গোপাল গোৱালা

সকলো কলা-কৃষ্টিৰ মূল উৎস হ'ল মানুহ। মানুহক কেন্দ্ৰ কৰিয়েই সংস্কৃতিৰ সৃষ্টি হৈছে। এই সংস্কৃতিয়ে বোৱতি নদীৰ দৰে গতিশীল সমাজ জীৱনক প্ৰাণৱন্ত কৰি ৰাখিছে। সংস্কৃতি হ'ল যিকোনো জাতিৰ দাপোন স্বৰূপ। সাধাৰণতে লোক-সংস্কৃতি সমাজ জীৱনক কেন্দ্ৰ কৰি গঢ় লৈ উঠা দৈনন্দিন জীৱনৰ একো একোটা প্ৰতিচ্ছবি। বিশেষকৈ কৃষি জীৱনক কেন্দ্ৰ কৰি গঢ়ি উঠা এই কলা-কৃষ্টিবোৰ সমাজৰ দুখ-দৈন্যতাৰ, হাঁহি কান্দোন আৰু সততাৰ আদৰ্শৰ ভেঁটিত প্ৰতিষ্ঠিত আৰু সংস্কৃতিবোৰে আন জনগোষ্ঠীবোৰৰ লগতে চাহ জনগোষ্ঠী বা আদিবাসী সম্প্ৰদায়ৰ দৈনন্দিন জীৱনত বিশেষ প্ৰভাৱ বিস্তাৰ কৰি আহিছে। আদিবাসী লোকসকল দৈন্যতাৰ হেতুকেই হওক বা নতুনত্বৰ সন্ধানতেই হওক ভাৰতৰ বিভিন্ন প্ৰদেশৰ পৰা আহি অসমত চাহ খেতি আৰম্ভ হোৱাৰ পৰা স্থায়ীভাৱে বসবাস কৰাৰ লগে লগে নিজ পৰম্পৰা-সংস্কৃতিৰ লগত বিলীন হৈ গ'ল।

চাহ জনগোষ্ঠীৰ লোকসকল মূলতঃ কৃষিজীৱী লোক। বছৰৰ বাৰ মাহৰ ছয় ঋতু— গ্ৰীষ্ম, বৰ্ষা, শৰৎ, হেমন্ত, শীত আৰু বসন্তৰ লগত সাঙোৰ খাই থকা, জীৱন যাপন প্ৰণালী আৰু সংস্কৃতি নৈপুন্যতাৰ বাৰে বৰণীয়া উৎসৱবোৰে কৃষিৰ উন্নতিৰ অৰ্থে কোনো হানি-বিঘিনি নঘটিবৰ কাৰণে বিভিন্ন সময়ত না না *উৎসৱ* বা *পৰৱ* পালন কৰে। এনেবোৰ *পৰৱৰ* ভিতৰত বসন্ত কালত পালন কৰে *'চাৰুল পৰৱ'*। জনগোষ্ঠীটোৰ জাতীয় জীৱনৰ ৰূপ ৰেখা প্ৰতিফলিত হৈ, থলুৱা ভাষা-সাহিত্য আৰু সংস্কৃতিৰ মাজেদি ব'হাগৰ কুলি-কেতেকীৰ মাতে বন বিৰিখৰ কেঁচা যৌৱনৰ গোন্ধে মুখৰিত হৈ স্বপ্ন মধুৰ জীৱনৰ ভৰ দুপৰীয়া

যৌৱনৰ ৰামধেনুৰ সাত ৰঙৰ বৰ্ণনাৰে নিচেই আপোন-চিনাকিজনক যেন হিয়া উদঙাই দিয়াৰ পৰম হেঁপাহ কৰে যেন—

*বসন্ত বহিল সখি*
*কুকিল ডাকিল ৰে*
*এমন সময় প্ৰিয় সখা*
*বিদেশে বহিল ৰে...'*

এই *পৰৱ* চ'ত মাহৰ পঞ্চমী, সপ্তমী আৰু নৱমী তিথিত পালন কৰা হয়। প্ৰকৃতিৰ বুকুত গছ-গছনিয়ে নতুন ৰূপ সলায়, ফল-মূল নতুনকৈ লাগিব ধৰে। নানা ৰকমৰ ফুলে আকাশ বিনন্দীয়া হয়। বিধ বিধ শাক-পাচলি ওলোৱাৰ লগতে মাছ-পুথিৰো উজান বয়। এনে সময়ত লোকসকলে এই পৰৱ অথবা পূজা আয়োজন কৰে। সাধাৰণতে এই *চাৰুল পৰৱ* কিছুমানে দুদিন আৰু কিছুমানে এদিনতে শেষ কৰে। এই পূজাৰ দিনা ঘৰৰ চোতাল ধুনীয়াকৈ পৰিস্কাৰ কৰি গোবৰ পানী চাৰিওফালে চতিয়াই আৰু ঘৰ-চোতালত গোবৰেৰে মচি গৃহস্থই মাঢ়ে (গোঁসাই) ঘৰত দেৱতাৰ নামত কুকুৰা বলি দিয়ে। এই পূজাত ফল-ফুলৰ প্ৰসাদ সজোৱা হয় আৰু ন-খোৱা বা খিচিৰি খোৱাৰো নিয়ম আছে। দ্বিতীয় দিনা ফুল পূজা কৰা হয়। ফুল পূজাৰ দিনা গৃহস্থই প্ৰত্যেকটো ঘৰৰ ভিতৰত আৰু দুৱাৰ মুখত একোডাল ফুলৰ মালা আঁৰি দুয়োকাষে ধূপ কাঠি জ্বলাই লক্ষ্মী দেৱীক আৰাধনা কৰাৰ নিয়ম চাহ জনগোষ্ঠীৰ 'ফুল ধৰিয়া', 'পাহান' আৰু 'কাটোৱাল' এই তিনিজন ব্যক্তি সমাজৰ মুখীয়াল মানুহ। সেয়েহে গাঁৱৰ লোকসকলে এই তিনি গৰাকীক লগত লৈ ঘৰে ঘৰে নাচি ফুৰে আৰু প্ৰত্যেক গৃহস্থৰ মূৰত ফুল দি গোটেই বছৰটো সুখে-সন্তোষে থকাৰ আশীৰ্বাদ দিয়ে আৰু গৃহস্থই এই তিনি মুখীয়ালৰ ভৰি কাঁহৰ কাঁহীত থৈ ভৰি ধুৱাই দিয়ে আৰু তেওঁলোকক সন্মান জনাই চাহ তামোল খোৱাৰ ব্যৱস্থা কৰে। প্ৰকৃতিৰ লগত ওতঃপ্ৰোতভাৱে জড়িত শ্ৰমিকসকলে নতুন বছৰক আদৰণি জনোৱাৰ লগতে উলহ মালহেৰে দিনটো পালন কৰে। ব'হাগ বিহুত বিশেষকৈ ন-খোৱা নাপাতিলেও লোকসকলে নতুন বছৰক আদৰাৰ উদ্দেশ্যে ন-খোৱা পৰ্ব পালন কৰে আৰু নতুন কাপোৰ পিন্ধাৰ নিয়ম। *পৰৱৰ* প্ৰথম দিনা বয়োজ্যেষ্ঠ আৰু সন্মানীয় ব্যক্তিসকলকো সম্বৰ্ধনা জনায়। এই উৎসৱত বহু ধৰণৰ খেল-ধেমালি আৰু ঝুমু নৃত্য কৰা দেখা যায়। ঋতুৰ পৰশত জীৱন কুসুমৰ পাঁহি মেলা আনন্দত ডেকা-গাভৰুৱে খোল, ঢোল আৰু তালৰ তালত, ঝুনুকাৰ চিকচিনয়ে বসন্তৰ আকাশ কঁপাই তোলে। ভৰিত পঁয়ৰী, কঁপালত সীতাপাটি, ডিঙিত চন্দ্ৰহাৰ, বাহুত বাজু, হাতত খাৰু, কঁকালত কমৰ পট্টি, কাণফুলি, শাৰী গাভৰুসকলে পিন্ধাৰ নিয়ম।

*চাৰুল পৰৱে* জাতীয় জীৱনৰ স্তৰে স্তৰে কলা সংস্কৃতিৰ দ্বাৰা সাঙোৰ খাই মানৱীয় আধ্যাত্মিক আৰু নৈতিকতাৰ বিচাৰ-বুদ্ধিৰ লগতে কৰ্ম আদৰ্শৰ বৰ্ণনা দিয়ে। জনগোষ্ঠীসকলৰ একাংশই এই উৎসৱ *'বেওছাৱলী পৰৱ'* বুলি ভাবি সোণাৰু ফুল ফুলাৰ বতৰত পাতে তথাপি এই অফুৰন্ত উৎসৱৰ পৰা শক্তি আহৰণ কৰি সকলো শিল্প সাধনা আংগীক সৰ্বস্বতাৰ বিকাশৰ বাবে সংস্কৃতিৰ ৰূপলৈ জনগোষ্ঠীটোৰ মাজত ব'হাগ *চাৰুল পৰৱ* হয়। কাৰণ, সংস্কৃতি স্থিৰ হ'ব নোৱাৰে। সেয়েহে সংস্কৃতিৰ সোঁতত ন ন উপাদান সামৰি ন ন ৰূপ প্ৰকাশেৰে *চাৰুল পৰৱত* খোল, তাল, মৃদঙ্গৰ লগত ঢোল, পেঁপা, তকাৰ সমন্বয় হ'ল। এনে জাতীয় জীৱনৰ ঐতিহ্যৰ শ্ৰদ্ধা আৰু মৰমে সংস্কৃতিৰ লগত ইন্ধন যোগাই জনগোষ্ঠীটোৰ উৎসৱ কলা-সংস্কৃতি যাতে মহাবাহু ব্ৰহ্মপুত্ৰৰ সোঁতৰ দৰে সদায় অসমী আইৰ চিৰ চেনেহী কোলাত বৈ থাকে তাকে কামনা কৰিলো। ■

# বসন্ত ৰাণী ব'হাগ

দীপক ইছলাৰী

বিশ্ব বৰেণ্য গীতৰ, সুৰৰ সম্রাট তথা দাৰ্শনিক যাদুকৰ সুধাকণ্ঠ ড° ভূপেন হাজৰিকাদেৱে তেখেতৰ অমৰ গীতৰ মাজেৰে বসন্তৰাণী ব'হাগক কিদৰে মূল্যায়ন কৰিছে তাকে চমু আলোচনা আগবঢ়ালো। ড° ভূপেন হাজৰিকাদেৱক দাৰ্শনিক বুলি এইকাৰণেই কৈছো— গীতেৰে তেখেতে *'আজিৰ অসমীয়াই নিজক নিচিনিলে অসমতে ভগনীয়া হ'ব'* বুলি কোৱাৰ লগতে বহুতো ভৱিষ্যদ্বাণী কৈ গৈছে। লখিমপুৰ জিলাৰ পশ্চিম প্ৰান্তত অৰুণাচল আৰু শোণিতপুৰ জিলাৰ সীমামূৰীয়া এই পিছপৰা অঞ্চল শিমলুগুৰিৰ উদ্যোগী যুৱকসকলে অনুষ্ঠিত কৰা বিহু উৎসৱটি সাফল্যমণ্ডিত হোৱাৰ কামনা কৰিছো। বিভিন্ন জাতি-জনগোষ্ঠীৰ সমন্বয় ক্ষেত্ৰ এই শিমলুগুৰি অঞ্চল। সহজ-সৰল জীৱন-যাপন কৰি সাংস্কৃতিক এনাজৰীৰে বান্ধ খাই থকা এই অঞ্চলৰ লোকসকলৰ এটা ডাঙৰ বৈশিষ্ট্য হৈছে অতিথি পৰায়ণতা।

বিশ্ব প্ৰকৃতিৰ ধৰা ধামত ন-পুৰণিৰ মিলনৰ এক চিৰ শাশ্বত আমোঘ সন্ধিক্ষণ, গছ-লতিকাই ন-কুঁহিপাতেৰে সুশোভিত হৈ সেউজী ধৰণীলৈ জাতিষ্কাৰ কৰা বসন্তৰ এই ব'হাগ। নীলকণ্ঠ চৰায়ে ৰজা ইন্দ্ৰক দুৰ্গা দেৱীৰ গমনৰ বতৰা দিয়াৰ দৰে আমাৰ মৰমী কুলিজনীয়েও কুউ কুউ মাতেৰে আমাক মনত পেলাই দিয়ে যে মলিয়ন বস্ত্ৰ সলাই জাতিয়ে স্নান কৰিবৰ হ'ল। নাম যাৰ— ব'হাগ।

কালচক্ৰৰ আৱৰ্তনত পুৰণিক বিদায় দি গণ জীৱনক বৃদ্ধিৰ পথত সাহসৰ বতৰা দিবলৈকো আহে ব'হাগ। বিগত বৰ্ষত এৰি অহা সুখ-দুখ, হাঁহি-কান্দোন তথা লাভ-লোকচানৰ হিচাপ-নিকাচবোৰে ইতিহাসৰ পাতত ঠাই ল'লে। সেই ইতিহাস আশা-নিৰাশা, কল্যাণ-অকল্যাণৰ— এই প্ৰশ্ন নিৰৰ্থক। কিয়নো নিৰাশাৰ মাজত আশাৰ আৰু অকল্যাণৰ মাজত কল্যাণক প্ৰতিষ্ঠা কৰিবলৈকে বাপতি সাহোন স্বৰূপ ব'হাগৰ গৰু বিহুৰ দিনা আমি প্ৰতিজন অসমীয়াই বস্ত্ৰ দান কৰি জ্যেষ্ঠজনক প্ৰণাম কৰি নতুন জীৱন বৃদ্ধিৰ পথত অগ্ৰসৰ হওঁ এই ব'হাগতে। এয়াই ব্ৰহ্মপুত্ৰৰ দুয়ো পাৰে বাস কৰা আমাৰ অসমীয়াৰ মহান ঐতিহ্য। খেতিৰ লগত জড়িত ঐতিহ্য।

অতীতৰ ভেটিৰ ওপৰতে বৰ্তমান থিয় হৈ থাকে। এই ব'হাগতে আমি অতীতৰ হিচাপ-নিকাচ সংশোধন আৰু সংৰক্ষণ কৰিব লাগিব। আশাবাদী মানুহৰ সহজাত আকুতি হ'ল— ঢোল, পেঁপা, গগণাই তোলপাৰ লগোৱা পৰিৱেশত সুস্থভাৱে জীৱন বৃদ্ধিৰ পথত সাৰ্থক হৈ উঠিব লাগে।

*ব'হাগ এখনি সৃষ্টি দলিল*
*দিয়ে বৰদৈচিলাই*
*ই উফৰাই দুখ নাশ পাশ।'*

—ড° ভূপেন হাজৰিকা।

বৰলুইতৰ পাৰৰ অসমীয়াৰ সাজ-পাৰ, খাদ্য, কৃষ্টি সাংস্কৃতিক আজি সমগ্ৰ বিশ্বই আকোঁৱালি লৈছে। সেয়ে মই নিজে বহুত ভাল পাওঁ বিহুক। গৌৰৱ কৰোঁ। অহংকাৰ জাগে বিহুক লৈ। বহিঃৰাজ্যত নিজকে অসমীয়া বুলি চিনাকি দিবলৈ পালে আনন্দ লাগে। নতুনক আকোঁৱালি লোৱা পহিলা ব'হাগহে আমাৰ বাবে নৱবৰ্ষ। প্ৰকৃষ্ট ৰূপত বিস্তৃতভাৱে আহি থকাই আগম। নিকৃষ্টভাৱে বিদায় লোৱাই নিগম। এয়া হিন্দু সভ্যতা সনাতন (সনা=সদায়, তন=বিস্তাৰমুখী ব্যৱস্থা) ৰ এয়া গণ জীৱনক নতুন প্ৰেৰণা প্ৰদান কৰা অতিকে চেনেহৰ বাপতি সাহোন ৰঙালী বিহুটিক আদৰাৰ বতৰ। সেয়ে অসমীয়া সমাজত বসন্তৰ আগমনত ব'হাগ মাহটো অতি আদৰৰ। আনন্দৰ উৎসৱবোৰ আহিলেই ভাল লাগে আৰু গ'লেই বেয়া লাগে।

সেয়ে বহিঃৰাজ্য আৰু দেশত থকা প্ৰবাসী অসমীয়াসকলেও স্থিৰে থাকিব নোৱাৰে জাতিয়ে স্নান কৰা এই ব'হাগত। চ'তৰ চিৰাল ফটা বতৰতে পচোৱা জাকে লৈ অনা বাৰি ধাৰাই সিক্ত কৰা প্ৰকৃতিৰ বুকুলৈ বসন্তৰ আগমন। চৌদিশে বন বিহগীতৰ সুললিত কণ্ঠৰ মুৰ্চনা, বন-বিৰিখত কিশলয়ৰ অনুপম শোভাৰ পৰশত আলফাৰ সেনাধ্যক্ষ পৰেশ বৰুৱাইয়ো ব'হাগত এপাক ননচাকৈ থাকিব পৰা নাই। টিভি চেনেলত দেখিছো। য'তেই যি উদেশ্যতে নাথাকক তেওঁ। ডাওৰ কথাটো হৈছে ব'হাগে কঁকালৰ মামৰ গুচাইহে এৰিছে!

আমি সকলোৱেই নিষ্ঠা সহকাৰে সমাজত শৃংখলা প্ৰতিষ্ঠাৰ বাটত আগুৱাবলৈ সংকল্পবদ্ধ হ'ব লাগে এই ৰঙালীৰ ৰঙীন মুহূৰ্ততে। কপৌ, ভাটৌ, তগৰ, নাহৰৰ মনোলোভা ৰূপক মোহনীয়া কৰা তীব্ৰ সুবাসৰ লগতে কুলি, কেতেকীৰ কাকলিত গগণা, পেঁপা, ঢোলৰ গুম্‌গুমনিত আবাল-বৃদ্ধ-বনিতাৰ মনে-প্ৰাণে আনন্দৰ শিহৰণ জগাব পৰা এই ব'হাগ আমাৰ বাবে চিৰ চহকী উৎসৱ। অলপতে অসমলৈ অহা বৃটিছ ৰাজপৰিয়ালৰ জন উইলিয়াম আৰু কেইট দম্পতিক কাজিৰঙাৰ বিহুৱে শিহৰণ জগাই তুলিবলৈ সক্ষম হৈছে।

শেষত ড° ভূপেন হাজৰিকাৰ এটি গীতৰ কলিৰে কওঁ—

*প্ৰতি অসমীয়া*
*আমি ভাল ভাৰতীয়*
*আৰু দূৰণিৰ পৰা আহি*
*লুইতৰ পাৰৰে*
*মাটিক মাতৃ বোলা*
*প্ৰতি ভাৰতীয় হ'ল*
*নতুন ৰূপৰ অসমীয়া...*
*আমি সেই ভাৱেই থাকিব লাগিব।*■

# বিহু হেঁপাহৰ সপোন

ৰ'দ ৰাগিনী

প্ৰকৃতিৰ অনুপম সুষমাৰে বিভূষিত হৈ ব'হাগীৰ কোলাত উঠি আমাৰ মাজলৈ আহি গ'ল হেঁপাহৰ বিহু। অসমীয়াৰ স্পন্দন লুকাই থাকে এই বিহুৰ অন্তৰালত। ৰঙালী বিহুটিৰ পৰশ পাই নান্দনিক ৰূপত সজ্জিত হৈ পৰে প্ৰকৃতিৰাণী আমাৰ মনবোৰ, হৈ পৰে অনাবিল পৰিতৃপ্তিৰে পৰিপূৰ্ণ।

চেনেহীৰ মাকোৰ খিটিক খিটিক শব্দক সাক্ষী কৰি পূৰ্ণ হৈ উঠা গামোচাখনে শুৱনি কৰি বিহুৱা ডেকাটিৰ শিৰ। বিহুৱাজনীৰ মিচিকি হাঁহিত যেন ম্লান পৰি যায়। আন সকলো ৰূপৰ উৎস পিঠা-পনাৰ সমলত মৰমবোৰ, হেঁপাহবোৰ বাঢ়ি আহে সকলোৰে হৃদয়ৰ ভাঁজে ভাঁজে।

গাঁৱৰ উকা ঘৰখনো ভৰাই তোলে। বিহুটিয়ে ব্যস্ততাৰ প্ৰভাৱৰে সৈতে পিছলৈ উভতি চাবলৈ সময় নোহোৱা জনকো আত্মীয়তাৰ সান্নিধ্যৰে জীপাল কৰি তোলাত সুৰুঙা নেৰে বিহুৱে। চহৰৰ যান্ত্ৰিকতাত নিমগ্নজনকো বিহুৱে সুযোগ দিয়ে গাঁৱৰ নিভাজ সৌন্দৰ্যৰ মাজত ৰঙালীৰ বোল সানিবলৈ।

ভেদাভেদবোৰ, আখেজবোৰ যেন সলিল সমাধি ঘটে এই ব'হাগীৰ বুকুত বেয়া পোৱাবোৰক নিমিষতে আঁতৰাই পেলাই বিহুৱে আৰু বহুজনৰ হেঁপাহৰ ঘৰখনেও পূৰ্ণতা লাভ কৰে বিহুৰ আলমত বিহু মানেই যেন মিলন, আশা, প্ৰতিশ্ৰুতি আৰু প্ৰাপ্তিৰ বৰঘৰ। পৰিৱৰ্তনক আকোঁৱালি লৈও বিহু প্ৰবাহমান অসমীয়া সিৰে সিৰে জাতীয় জীৱনৰ সম্প্ৰীতিৰ সাক্ষীৰূপে বিহু আহিছিল এইবেলিও আহিল আৰু আহি থাকিব। অসমীয়াৰ অস্তিত্ব যে লুকাই আছে বিহুৰ মাজত। বিহু মানেই যে আশা, হেঁপাহ, মৰম, প্ৰাপ্তি আৰু পৰিমাপহীন ৰঙৰ অনুৰণন।। ■

# মালিতা

## এক কাহিনী প্ৰধান লোকগীত

তপন ধলপুৰীয়া

বিহু গীতবোৰে অসমৰ জাতীয় লোক জীৱনৰ প্ৰতিনিধিত্বমূলক প্ৰতিচ্ছবি এখন দাঙি ধৰে। লোক মনৰ প্ৰেম-বিৰহ, প্ৰকৃতি, কৃষি, যৌনতাৰ সৌন্দৰ্য বিহুগীতবোৰে কঢ়িয়াই আনিছে। ইয়াৰ লগ লাগিছেহি স্থানীয় তথা জাতীয় ইতিহাসৰ বা লোক জীৱনত সৃষ্টি হোৱা প্ৰভাৱশীল কল্প কাহিনী কিছুমানো বিহু তথা বিহুগীতৰ মাজত সোমাই পৰিছে। কাহিনী প্ৰধান লোকগীতসমূহক মালিতা আখ্যা দিয়া হৈছে। পৃথিৱীৰ সকলো জাতি-জনগোষ্ঠীৰ লোক সাহিত্যত মালিতা শ্ৰেণীৰ গীত-মাত পোৱা যায়। অসমীয়া লোক জীৱনত প্ৰচলিত তেনে ভালেমান মালিতা মৌখিক ৰূপতে ৰচিত হৈ পৰিৱৰ্তন, পৰিৱৰ্ধনৰ মাজেদি চলি আহিছিল। তাৰে ভালেকেইটা মালিতা বিহুৰ হুঁচৰি আৰু যোজনা হিচাপে গোৱা দেখিবলৈ পোৱা যায়।

জাতীয় উৎসৱৰ মৰ্যাদা পোৱা বিহুৰ দুটা ৰূপ হুঁচৰি আৰু বিহু মৰা। পূৰ্বতে বিহুগীতবোৰ চোতালৰ বিহুত গোৱা নহৈছিল। সম্পূৰ্ণ প্ৰাকৃতিক জীৱনটোৰ মাজত থকা অসমৰ খেতি-খোলা কৰা, মানুহখিনিৰ যৌৱন প্ৰকাশ পোৱা বিহু মাৰিছিল নৈৰ পাৰত, গছৰ তলত। প্ৰেম-প্ৰণয়, যৌনতাৰ গীতসমূহ তাতে গাইছিল। কালক্ৰমত স্বৰ্গদেউ ডা-ডাঙৰীয়াৰ চোতাল গৰকি ই এদিন সাধাৰণজনৰ চোতাল পালেহি। চোতালৰ বিহুত লগ লাগিল হুঁচৰি।

হুঁচৰিত ঘূৰি ঘূৰি নাম গোৱা হয়। ভকতীয়া সুৰ থকা নামবোৰত হুঁচৰিৰ বন্দনা, গৃহস্থৰ মংগল কামনাৰ লগতে ধৰ্মীয় গীত-পদেও স্থান পালে। লাহে লাহে বিভিন্ন উপলক্ষত লোকজীৱনত প্ৰচলিত মালিতা শ্ৰেণীৰ গীতসমূহ বিহুৰ মাজত সোমাইপৰিল। এইমালিতাসমূহত ভিতৰত ফুলকোঁৱৰ, মণিকোঁৱৰৰ গীত, মণিৰাম দেৱানৰ গীত পগলা পাৰ্বতীৰ গীত, চিকণ সঁৰিয়হ, জয়মতীৰ গীতৰ কিছু অংশ বিহুত গোৱা হয়।

ঘাইকৈ লক্ষীমপুৰ, যোৰহাট, শিৱসাগৰ, ডিব্ৰুগড় জিলাৰ কিছু অংশত হুঁচৰিত মালিতা গায়। স্থানভেদে বিহুৰ ৰূপ বেলেগ হোৱাৰ বাবে বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ থকা অঞ্চলত ভকতীয়া গীত-মাতৰ প্ৰয়োভৱ বেছি। শিৱসাগৰ জিলাত বৈষ্ণৱী মালিতাৰ প্ৰচলন বেছি। শিৱসাগৰ জিলাত বৈষ্ণৱী মালিতাৰ প্ৰচলন বেছি। আহোমসকলৰ ন-খোৱা উৎসৱত মালিতা গোৱা প্ৰথা আছিল। ৰাতি টঙলা খৰিৰ জুইৰ কাষত বহি বয়সস্থসকলে মালিতা গাই আনন্দ কৰিছিল। তাৰ ভিতৰত ধন-পচতুলাৰ গীতৰ প্ৰচলন আছিল বেছি। অন্যান্য লোক কবিৰ দৰেই মালিতাসমূহৰ ৰচকো পাবলৈ নাই। মুখ বাগৰি আহোতে ইয়াৰ পৰিৱৰ্তন, পৰিৱৰ্ধন হৈছে। মালিতাসমূহ কাল্পনিক কাহিনীক কেন্দ্ৰ কৰিও ৰচিত হৈছে। ইতিহাসৰ ব্যক্তি বা ঘটনাক লৈয়ো ৰচিত হৈছে। সামাজিক, ৰাজনৈতিক ক্ষেত্ৰত লোক জীৱনত প্ৰৱাহশীল ব্যক্তিক লৈ বৰ্তমান যুগতো মালিতা ৰচনা প্ৰথা চলি আহিছে। তাহানি কালত জয়মতী, নাহৰ, চিকণ সঁৰিয়হ, মণিৰাম দেৱান, বদন বৰফুকনক লৈ গীত ৰচনা হৈছে। এইখিনি গীতকে আখ্যা দিয়া হৈছে বুৰঞ্জীমূলক মালিতা। কাল্পনিক মালিতা হিচাপে কাঞ্চনমতীৰ গীত, পগলা পাৰ্বতীৰ গীত আদি। বিহুৰ হুঁচৰিত বেছিকৈ ফুলকোঁৱৰৰ মণিকোঁৱৰ, ধন-পচতুলা, পগলা পাৰ্বতীৰ গীত গোৱা হয়। হুঁচৰিৰ পদ হিচাপে গোৱা পগলা পাৰ্বতীৰ গীতটোৰ কিছু অংশ এনেধৰণৰ—

*তেঁতেলী তলতে কৰো তাঁত বাটি ...*
*আহিলো কুঁচি ঐ লগৰীয়া,*
*কুঁচিৰে লগতে পগলাই বিলাব মানে*
*আই ঘৰলৈ গুচি লগৰীয়া।*

আকৌ এনেদৰে—

*মাৰৰ ঘৰলৈ যাব তই পাগলী বাটতে*
*আগচি ধৰিম ঐ লগৰীয়া,*
*বাটতে আগচি ধৰ তই পগলা হাবিত*
*জাপে মাৰি সোমাব লগৰীয়া।*

এনেদৰে পগলাই পাগলীক ধৰিবলৈ বিচৰা এটা কাহিনী লোক কবিয়ে প্ৰকাশ কৰিছে। উৎস বিচাৰি পগলা-পাৰ্বতীৰ গীতটোত শিৱ-পাৰ্বতীকে ধৰা হয়। গীতটো বিহুৰ বাহিৰে অন্য প্ৰসংগত গোৱাৰ কথা ক'ব পৰা নাযায়। হুঁচৰিত গোৱা আন এটা কাল্পনিক মালিতা হ'ল ফুলকোঁৱৰ-মণিকোঁৱৰৰ গীত। এটা ৰোমাণ্টিক কাহিনী মালিতাত সোমাই আছে। কাহিনীটোত শংখদেউ ৰজাৰ পুতেক মণিকোঁৱৰ আৰু মণিকোঁৱৰৰ পুতেক ফুলকোঁৱৰৰ কথা ৰোমাঞ্চ অলৌকিকতাৰে সজোৱা আছে। অতীৱ সুন্দৰ শংখদেউ ৰজাৰ মণিকোঁৱৰে ঘোঁৰাত উঠি ঘূৰি ফুৰোতে বৰবৰুৱাৰ জীয়েক কাঁচমতীত চকু পৰিল। কাঁচমতীক দেখাৰ পাছৰে পৰা মণিকোঁৱৰৰ মন বিমৰিষ হ'ল। এই কথা গম পাই ৰাণী ৰচকা কুঁৱৰীয়ে সকলো খা-খৰৰ সংগ্ৰহ কৰি পুতেকৰ বিয়াখন পাতি দিলে। এদিন মণিকোঁৱৰে ঘোঁৰা খেলি, ঢাল খেলি ক'তো সুখ নাপাই গা ধুবলৈ গৈছিল। গা ধুই থাকোতেই মণিকোঁৱৰক জলকুঁৱৰীয়ে হৰণ কৰি লৈ গ'ল। ইফালে, কাছন কুঁৱৰী তেতিয়া সন্তান সম্ভৱা আছিল।

কিছু দিনৰ পিছত এটি সন্তান জন্ম হ'ল। নাম ফুলকোঁৱৰ। এই ফুলকোঁৱৰেই দেউতাকক বিচাৰি কাঠৰ পাখী ঘোঁৰাত উঠি উৰা মাৰিলে। ৰজাই কৈছিল— ফুলকোঁৱৰে যেন উভতি নাচায়। ছমাহ কাল গৈ গৈ ফুলকোঁৱৰে উভতি চালে আৰু কাঠৰ পাখীঘোঁৰাৰ পাখী ভাঙি দিজাই মালিনীৰ ফুলনিত পৰিলগৈ। এই দিজাই মালিনীৰ যোগেদিয়েই সেই দেশৰ ৰজাৰ জীয়েক ধন পচতুলাৰ প্ৰেমত পৰিল। ৰজাই এই কাৰ্যত অসন্তুষ্ট হৈ প্ৰাণদণ্ডৰ আদেশ দিলে। কিন্তু শাস্তি পোৱাৰ আগতেই ফুলকোঁৱৰ পচতুলা পলাই গৈ হাবিত আশ্ৰয় ল'লে। তাত অৰুণা, জগৰা নামেৰে দুটি সন্তান জন্ম হ'ল। ফুলকোঁৱৰকো কোনোবা শুকুলা ৰথে লৈ যায়। অৰুণা-জগৰাই পাছত ফুলকোঁৱৰক বিচাৰি ফুৰে। এই কাহিনীটোকে ভিত্তি কৰি অনামী মালিতা ৰচকে ৰচনা কৰা গীতটো হুঁচৰিত গোৱা হয়—

*শংখদেউ ৰজাৰে পুতেক মণিকোঁৱৰ*
*খেলতে খতিখুন নাই,*
*এবেলা কোলাতে এবেলা ঘোঁৰাতে*
*এবেলা শেনৰ ৰং চায়।*
*গায়নে বায়নে সেন্দুৰী আলিয়ে*
*কেঁকুৰী দোলাতে উঠি,*
*হীৰা-মুকুতাৰে মণিধৰ কোঁৱৰে*
*কাঁচনক আনিলে তুলি।*

তেনেদৰে গায়—

*এ-আঁঠু পানীতে কোঁৱই (কোঁৱৰে) গা নুধুৱে*
*এককাল পানী লৈ যায়,*
*এককাঁল পানীতে কোঁৱই গা নুধুৱে*
*এডিঙি পানীলৈ যায়।*

ফুলকোঁৱৰৰ গীতো এনেদৰে হুঁচৰিত গোৱা হয়—

*আকাশী ঘোঁৰাতে উঠি ফুলকোঁৱৰে*
*পিতাকৰ দেশকে এৰে,*
*মনিচে নমনে দেৱও নমনে*
*বিজুলী সঞ্চাৰে চলে।*
*গুৰুৰ দোষে চুলে ঠনৰাই ভাঙিলে*
*ঘোঁৰাৰ এখনি পাখী,*
*দেৱে নাৰাখিলে মনিচে কি ৰাখে*
*কাঠৰ পখীঘোঁৰা সাক্ষী।*
*দেৱো নহও মই পিশাচো নহও মই*
*নোহো মই মৰণৰ ঢৰা।*
*মানুহৰে পেটৰে নাম ফুলকোঁৱৰ*
*আহিলো এক দেশৰ পৰা।*

আনহাতে, ঊনবিংশ শতিকাত ৰচিত মণিৰাম দেৱানৰ মালিতাত বিহুনামৰ লগত গোৱা হয়। ঘাইকৈ যোজনা হিচাপে গোৱা এই মালিতাত ৰচকৰ নাম পোৱা নাযায়। মৌখিকভাৱেই চলি অহা মালিতাটোৰ ৰচনা পদ্ধতি বিহুগীতৰ লগত মিল থকা—

মণিৰাম গৈছিলে বঙালৰ দেশলৈ
ৰংপুৰত মাৰিলে ফাঁচি,
কাণৰ গুণা চিগি অমঙ্গল মিলিল ঐ
দিলে যোৰহাটত ফাঁচি।
তামোল খাই তৰিবৰ বটা ঐ মণিৰাম
তামোল খাই তৰিবৰ বঁটা,
য'লৈকে যাওঁ মই ত'লৈকে শুনোগৈ
মণিৰাম দেৱানৰ কথা।
সোণৰ ধোঁৱাখোৱাত খালি ঐ মণিৰাম
ৰূপৰ ধোঁৱাখোৱাত খালি,
কিনো ৰজাঘৰত গেৰোহ আচৰিলি
ডিঙিত চিপজৰী ললি।

বৰ্তমান জয়মতী মালিতাটোৰ পৰাই কিছু অংশ নি নতুন গীত ৰচনা কৰি গোৱাও দেখিবলৈ

পোৱা যায়। অসমৰ ইতিহাসত জয়মতী কুঁৱৰীক লৈ সমসাময়িক প্ৰজাৰ নামত সৃষ্টি হোৱা আবেগত এই গীত ৰচনা কৰা হয় বুলি অনুমান কৰা হয়।

*মিচিমি দেশলৈ নেযাবি চেনাই ঐ*
*মিচিমি অকৰা ঠাই,*
*অকৰা মিচিমি খকৰাই কাটিব*
*তোৰ লগত কান্দোতা নাই।*
*লেহেতী বাঁহৰে জকাই বুঢ়ী আই*
*লেহেতী বাঁহৰে জকাই,*
*পৰ্বতে পৰ্বতে বগাব পাৰো মই*
*নগাকনো বুলি যাওঁ ককাই।*
*মাদুৰি চহৰত ডাঙৰ হৈ আছিলো*
*বৰগোঁহাইৰ আছিলো জী,*
*গদাপানি কোঁৱৰে নিলে তুংখুঙলৈ*
*চকলং বিয়াকৈ দি,*
*হাবিতে কান্দিলে হয়কলি চৰায়ে*
*চিটিকাৰ মুখলৈ চাই,*
*জেৰেঙা পথাৰত কান্দে জয়মতী*
*চাওডাঙৰ মুখলৈ চাই।*

তেনেদৰে ৰঙিলী-পমিলীৰ গীত, হাঁৰৈ-পাৰৈ গীতো বিহুগীতৰ লগতে গোৱা হৈছিল। এইবোৰ অঞ্চল বিশেষে ৰচিত মালিতা।বিহুত গোৱা মালিতাখিনি অধ্যয়ন কৰিলে অসমৰ পৰম্পৰাগত লোকগীত চৰ্চাৰ এটা গুৰুত্বপূৰ্ণ অধ্যায় মুকলি কৰে। জাতীয় উৎসৱৰ মৰ্যাদা লাভ কৰা বিহুৱে অসমীয়া লোকজীৱনৰ বিস্তৃত দিশ সামৰি লোৱাৰ তথ্য সদৰী কৰে।■

**স্মৃতিগ্ৰন্থ (বসন্ত সুবাস)ৰ সভাপতি-সম্পাদকৰ তালিকা**
**চতুৰ্থ বাৰ্ষিক কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনৰ পৰা প্ৰথম স্মৃতিগ্ৰন্থ প্ৰকাশ (২০১০ চন)**

| | | |
|---|---|---|
| সভাপতি | ঃ | মিলন বৰবৰুৱা (২০১০ চন) |
| সম্পাদক | ঃ | বিতোপন গগৈ |
| সভাপতি | ঃ | মিলন বৰবৰুৱা (২০১১ চন) |
| সম্পাদক | ঃ | বিতোপন গগৈ |
| সভাপতি | ঃ | নৰেণ বৰা (২০১২ চন) |
| সম্পাদক | ঃ | বিতোপন গগৈ |
| সভাপতি | ঃ | অনন্ত গগৈ (২০১৩ চন) |
| সম্পাদক | ঃ | বিতোপন গগৈ |
| সভাপতি | ঃ | মহেশ্বৰ বৰুৱা (২০১৪ চন) |
| সম্পাদক | ঃ | চিত্ৰনাথ গগৈ |
| সভাপতি | ঃ | চিত্ৰনাথ গগৈ (২০১৬ চন) |
| সম্পাদক | ঃ | দেৱজিৎ দুৱৰা |

# অসমীয়া সমাজ জীৱন আৰু লোক বিশ্বাসত তামোল- পাণ

হাছিনুৰ আলম

অসমীয়া সংস্কৃতিৰ এটা অপৰিহাৰ্য অঙ্গ হ'ল তামোল-পাণ। এই তামোল-পাণেই অসমীয়া লোক-সংস্কৃতিৰ সু-বিশাল ক্ষেত্ৰখনত সঁচাকৈয়ে এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰি আহিছে। মুখশুদ্ধিৰ পৰা আৰম্ভ কৰি জাতীয় জীৱনৰ প্ৰতিটো সামাজিক নীতি-নিয়ম, বিয়া-সবাহ, অন্নপ্ৰাসন, ধৰ্মীয় আচাৰ অনুষ্ঠান গাঁৱলীয়া দৰৱ-পাতি মান-অভিমান, দায়-দণ্ড আদি সকলো ক্ষেত্ৰত তামোল-পাণেই জাতীয় জীৱনত বিশেষ স্থান দখল কৰি আহিছে। তামোল-পাণ অসমত সৰ্বজন প্ৰিয়। তামোল-পাণৰ এক সামাজিক তথা জাতীয় তাৎপৰ্যও আছে। যিকোনো সামাজিক কামত তামোল-পাণ ব্যৱহাৰ কৰা হয়। অসমীয়া মানুহৰ ঘৰলৈ অতিথি আহিলে প্ৰথমে তামোল-পাণেৰে অভ্যৰ্থনা জনোৱা হয়। চাহ, জলপান নাইবা ভাত খোৱাৰ পাছত তামোল-পাণ খাই মুখ সতেজ কৰা হয়। গুৰু-গোসাঁই, ভকত-বৈষ্ণৱ, বন্ধু-বান্ধৱ অথবা মিতিৰ-কুটুম্বক তামোল-পাণেৰে সন্মান যাচে। বিয়া, সকাম বা বিভিন্ন সৰু-বৰ অনুষ্ঠানত তামোল-পাণ পৰিৱেশন কৰা হয়। অসমৰ ঠাই বিশেষে দোষীজনেও তামোল-পাণ আগবঢ়াই ৰাইজৰ ওচৰত ক্ষমা ভিক্ষা মাগে। অসমীয়া লোকৰ বিয়াৰ দিনা পদুলি মুখত শৰাইত এথোক তামোল থৈ ৰাইজক আদৰণি জনোৱা হয়। এইদৰে অসমীয়া লোকৰ আন এক সংস্কৃতিক প্ৰতীক শৰাই বা বঁটাত তামোল-পাণ কাটি চাধা বা ধঁপাত আৰু চূণৰ সৈতে ইয়াক সাধাৰণতে পৰিৱেশন কৰা হয়।

আজিৰ মানৱৰ সমাজত তামোল-পাণ ব্যৱহাৰ অপৰিহাৰ্য আৰু এক সন্মানীয় বস্তু। অসমৰ কিছু ঠাই বিশেষে ইয়াক গুৱা-পাণ বুলিও কোৱা হয়। শাস্ত্ৰতো তামোল-পাণৰ এটি আখ্যান পোৱা যায়। এদিন কৃষ্ণই ৰাধাক নোকোৱাকৈ বিজেতাৰ ঘৰলৈ লৈ গ'ল। ৰাধাই জানিব পাৰি কথাৰ সত্যতা প্ৰমাণ ল'বলৈ বিজেতাৰ ঘৰ ওলোৱাত শ্ৰীকৃষ্ণই ৰাধা আগমনৰ গম পাই তেওঁ নিজৰ ৰূপ সলাই তাতেই এজোপা তামোল গছ হৈ পৰিল আৰু বিজেতায়ো সেইজোপা তামোলতেই পাণ গছ হৈ বগাই পৰিল। তামোল গছৰ ফল 'তামোল' আৰু পাণ গছৰ ফল 'পাণ' হয়। তামোলক যোৰা (২ টা) বা হালি (৪ টা) বুলি গণনা কৰা হয়। আনহাতে, পাণক বিজেতাৰ পৰা হোৱাৰ বাবে বীৰা হিচাপে গণনা কৰে। উক্ত ফল বৈকুণ্ঠৰ আৰু দেৱ-ভোগ্য দেৱতাৰ বস্তু হ'ল। নাৰদ মুনিয়ে এই ফল বৈকুণ্ঠৰ পৰা মানৱৰ ভোগৰ বাবে পৃথিৱীলৈ আনি পৃথিৱীত বিলাই দি এক উচ্চ মানদণ্ডৰ সামগ্ৰী কৰিলে।

অসমীয়া বিয়াৰ ভালেমান ক্ৰিয়া-কাৰ্যত তামোলৰ ব্যৱহাৰ সঁচাকৈয়ে মন কৰিবলগীয়া। ছোৱালী এজনী ঋতুমতী হ'লে তাইৰ তোলনি বিয়াত কইনা কোলা বান্ধি টোপোলাটোত সৃষ্টিৰ প্ৰতীক হিচাপে বান্ধি থয় এযোৰ তামোল। বিয়াৰ নিমন্ত্ৰণ কাৰ্যতো তামোল-পাণৰ প্ৰয়োজন। তামোল-পাণ থুৰিওৱা আদি কাৰ্যৰ মাজেদি তিৰোতাৰ কলাসুলভ মনৰ পৰিচয় পোৱা যায়। বিয়াৰ দিনা দৰা-কইনাই এযোৰ পাণ-তামোল আৰু কটাৰী লগত ৰাখিব লাগে। বিবাহ অনুষ্ঠান শেষ হ'লে দৰা-কইনাই এই তামোল-কটাৰী সলনা-সলনি কৰে। দৈয়ন দিওঁতেও পাণৰ প্ৰয়োজন। বিয়াৰ দিনা পুৱা ছোৱালীক শোৱা কোঠাৰ দুৱাৰ দলিত পিৰা এখন পাৰি বহুওৱা হয়। কন্যাৰ মাক বা আন কোনো সম্বন্ধীয় তিৰোতাই দুখন হাতত দুখন পাণ লৈ কইনাৰ সমুখত আঁঠু কাঢ়ে। পাণ দুখন দৈ গাখীৰত জুবুৰিয়াই কইনাৰ গাল, বাহু, ভৰিত সানি দিয়ে। কোনো কোনো অঞ্চলত বিবাহৰ সপ্তপদী গমনত দৰা-কইনাই সাতখিলা পাণ গচকাৰ বিধি। অসমৰ কোনো কোনো অঞ্চলত 'পাণ ছিঙা' প্ৰথাৰে বিবাহ-বিচ্ছেদ হয়। আহোমৰ চকলং বিবাহ-পদ্ধতিতো তামোল-পাণৰ প্ৰয়োজনৰ বিষয়ে বুৰঞ্জীত উল্লেখ আছে। উল্লেখ্য যে অসমৰ দৰেই প্ৰেম নিবেদন আৰু বৈবাহিক অনুষ্ঠানত তামোলৰ ব্যৱহাৰ দক্ষিণ-পূব এছিয়াৰ বহু দেশতো দেখিবলৈ পোৱা যায়। মহামাৰীৰ সময়তো বহু অসমীয়া মানুহৰ তামোল-পাণ বিশেষ প্ৰয়োজন হৈ পৰে। গাঁৱত বসন্তই দেখা দিলে ধৰ্মীয় বিশ্বাসেই হওঁক অথবা লোক বিশ্বাসৰ কাৰণেই হওঁক আয়তীসকলে মা মহামায়াক থুৰীয়া তামোল-পাণেৰে কাকূতি কৰে।

অসমৰ ৰজা কুমাৰ ভাস্কৰ বৰ্মনে মগধৰ ৰজা হৰ্ষবৰ্ধনৰ লগত মিত্ৰতা কৰিবলৈ তামোল গছৰ পাতেৰে সজা টোমৰ ভিতৰত কেঁচা তামোল হংসবেগ নামৰ দূতজনৰ হাতৰে উপঢৌকন হিচাপে পঠাইছিল। ইফালে, পুৰণি তাম্ৰলিপিতো অসমৰ তামোল-পাণৰ সুখ্যাতি পোৱা যায়। সপ্তম শতিকাৰ আদিত্যসেনৰ অপসদ লিপিত লৌহিত্যপাৰৰ ৰমণীয় তামোল-পাণৰ বাৰীৰ ছাঁত সিদ্ধসকলে শয়ন কৰা বুলি উল্লেখ আছে। তামোল শব্দৰ পৰাও অসমৰ ভালেমান ঠাইৰ নাম হৈছে। যেনে— তামোলপুৰ, তামোলবাৰী, তামুলীছিগা আদি। পূৰ্বতেই উল্লেখ কৰা হৈছে। অসমৰ কিছু ঠাই বিশেষে তামোল-পাণক গুৱা-পাণ বুলিও কোৱা হয়। উক্ত গুৱা শব্দৰ পৰাই গুৱাহাটীৰ উৎপত্তিৰ বুলি সাধাৰণ বিশ্বাস। উল্লেখ্য যে অসমৰ তামোল খোৱা প্ৰথাৰ ব্যাপক প্ৰচলনৰ বিষয়ে জানিবলৈ যোগিনীতন্ত্ৰৰ শ্লোক এটা আওঁৰাব পাৰি। শ্লোকটোত অসমীয়া তিৰোতাই সকলো সময়তে তামোল চোবোৱাৰ উল্লেখ কৰা হৈছে (তাম্বুলাস্য সদা ভৱেৎ)। অসমীয়া পুৰুষ স্ত্ৰী, ডেকা-বুঢ়া কাৰো কাৰণে তামোল

খোৱা দেখা যায়।

আহোম স্বৰ্গদেউসকলৰ দিনত ৰজা আৰু ডা-ডাঙৰীয়াসকলক তামোল-পাণ যতনাবলৈ তামুলী নামৰ এক শ্ৰেণীৰ বিষয়া পদৰ সৃষ্টি কৰিছিল। কেৱল তামোল-পাণৰ বাৰীখন চাফা আৰু পৰিপাটিকৈ ৰখাৰ বাবে মোমাই তামুলী বৰবৰুৱা পদলৈ পদোন্নতি দিয়া হৈছিল। আহোম স্বৰ্গদেউসকলৰ এনে কাৰ্যসমূহৰ পৰা তেওঁলোকে তামোল-পাণৰ বাৰী পতাত কিমান গুৰুত্ব আৰু উৎসাহ দিছিল— সেয়া বুজিব পাৰি। বাৰীত তামোল-পাণ ৰোৱা অসমীয়া গাৱলীয়া মানুহৰ ধৰা-বন্ধা ৰীতি। অসমীয়া মানুহৰ প্ৰিয় কথা এফাঁকি মন কৰিবলগীয়া— *'আগফাল শুৱনি কাকিনী তামোল, পাছ ফাল শুৱনি পাণ।'* তামোল ৰোৱা আৰু তামোলৰ বাৰী পতা সম্বন্ধে ডাক পুৰুষৰ অলেখ অমূল্য বচন আছে। আমাৰ ধৰ্মানুষ্ঠান আৰু সামাজিক উৎসৱত তামোল-পাণ বা গুৱা-পাণে গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰি আছে। পূজাৰ নৈবেদ্যত তামোল-পাণ অপৰিহাৰ্য উপাচাৰ। গুৰু-গোসাঁইলৈ বা ৰাইজলৈ তামোলৰ শৰাই আগবঢ়োৱা হয়। উৎসৱ-অনুষ্ঠানত অথবা অপায়-অমংগলৰ সময়ত গুৰুঘৰলৈ, নামঘৰলৈ, দেৱতা বা অপদেৱতালৈ গুৱা-পাণ আগবঢ়োৱা হয়। তামোলখনৰ যোগেই গুৰুৰ আশীৰ্বাদ লাভ কৰা হয়। তামোলৰ আদান-প্ৰদানত বন্ধুত্ব স্থাপনো হয়। ৰাজহুৱা দায়-জগৰত পৰিলেও তামোল-পাণৰ দণ্ড এভাগ দি দোষ খণ্ডন কৰিব পাৰি। ডেকা-গাভৰুৰ প্ৰেম নিবেদন, বিবাহ আৰু বিবাহ-বিচ্ছেদৰ ক্ষেত্ৰতো তামোলৰ বৈচিত্ৰ্যপূৰ্ণ ভূমিকা আছে। ডেকা-গাভৰুৱে তামোলৰ বিনিময়েৰে ইজনে সিজনক প্ৰেম নিবেদন কৰাৰ ৰীতি এতিয়াও গাঁৱত আছে। বিহু গীতত এনে প্ৰেম-প্ৰীতিৰ আৱেগময় চিত্ৰ আছে।

*কিনো তামোলখনি দিলা দিলা মোৰ মইনা*
*অতি চেনেহৰে খালো।*
*সেইনো তামোলখনি খাবৰেপৰা*
*তোমাৰ লগত চিনাকি হ'লো।।*

তামোল-পাণে সামাজিক প্ৰাধান্যও নিৰ্ণয় কৰে। উচ্চ কুলৰ লোকে জাত যোৱাৰ ভয়ত নীহ কুলীয়া লোকৰ হাতৰ কটা তামোল নাখায়। বিহু নামত আছে—

*তোমাৰ কটা তামোল নেখাওঁ ঐ লাহৰী*
*আমাৰে মৰিব কুল।*

তামোল-পাণ গাৱলীয়া দৰৱ-জাতিৰ অন্যতম উপাদান। অসমীয়া নিদান মতে, তামোল খালে পেটৰ অসুখ, দাঁতৰ ৰোগ আৰু বিষ ভাল হয়। গৰু-ম'হৰ বেমাৰত তামোলৰ পিক্ ব্যৱহাৰ কৰা হয়। তামোল-পাণৰ অলৌকিক শক্তিত বিশ্বাস কৰি ইয়াক মন্ত্ৰত ব্যৱহাৰ কৰা হয়। কাম ৰত্নতন্ত্ৰত তামোল-পাণ সম্পৰ্কীয় বহু মন্ত্ৰ আছে।

অসমীয়া সমাজ জীৱনত তামোল-পাণৰ ব্যৱহাৰ অপৰিহাৰ্য। তামোল-পাণ সন্মানীয় বস্তু হোৱাৰ লগতে লোক বিশ্বাসতো অসমীয়াৰ মাজত এক সুকীয়া স্থান দখল কৰি ৰাখিছে। মানুহৰ মুখ শুদ্ধি পৰা আৰম্ভ কৰি গুৰু-গোসাঁই, ভকত-বৈষ্ণৱ, বন্ধু-বান্ধৱ, মিতিৰ-কুটুম্বক সন্মান, সকাম-নিকাম আদি সকলোতে তামোল-পাণ নহ'লে যেন সম্পূৰ্ণ নহয়। দোষীজনেও তামোল-পাণ আগবঢ়াই ক্ষমা ভিক্ষা মাগে। ই সকলোৰে চিনাকি বস্তু। মুঠৰ ওপৰত ঈশ্বৰৰ পৰা মানুহলৈকে তামোল-পাণক এক সন্মানসূচক সামগ্ৰী হিচাপে ব্যৱহাৰ কৰা হয়। অসমীয়া সমাজ-সংস্কৃতি, লোক বিশ্বাস, ধৰ্মীয় আদি সকলো দিশতে বিশেষ ভূমিকা তথা সদায় আগস্থান লৈ থকা তামোল-পাণ কেতিয়াও, কোনো কালে অসমীয়াৰ অপ্ৰাসংগিক হ'ব নোৱাৰে। অসমীয়াৰ বহুমূলীয়া এই সম্পদ দুবিধক প্ৰতিজন লোকে অতি আদৰেৰে বুকুৰ মাজত সাৱটি ৰাখিব লাগিব। তেতিয়াহে অসমীয়া সংস্কৃতি ৰক্ষা পৰিব। ■

*(বিভিন্ন কাকত-আলোচনীত প্ৰকাশিত প্ৰবন্ধৰ সহায় লোৱা হৈছে —লেখক।)*

# এই ব'হাগতেই

বংশী বৰা



মোৰে শপত ব'হাগৰ বতৰতে আহিবা
ব'হাগৰ গান এটাই আদৰিব তোমাক
তুমি এটা ৰোৱনী নাচ নাচিবা
মই জানো
তুমিব'হাগ হৈ ফুলি আছা
ব'হাগ হৈ গোন্ধাইছা
তোমাৰ দাৱনী খোজত ব'হাগ
তাঁতশালৰ বেলিফুলত ব'হাগ
আহিবা, ওৰণি পিন্ধাব গছে
নৈয়ে নতুন চাদৰ এখন গাত দিব
তুমি আঙুলি মেলি দিবা
বাসনাৰ আঙুঠি পিন্ধি ল'বা
পদুলিতে ঢোলৰ চেও এটাই
পথাৰলৈ লৈ যাব।
বিহুৰ আৰক নিগৰা
গছৰ তলৰ পৰা বুটলি আনিছো ব'হাগ।
নৈ গড়াৰ নল-খাগৰিত যৌৱন বাগৰি পৰিব
উজানৰ গাভিনী মাছৰ দৰেই
মজা পাবা
বুঢ়া গোঁহোৰা জোপাৰ কপৌফুলে
সোঁৱৰাই দিব তোমাৰ প্ৰাচীন প্ৰেমৰ কথা
চাবা কিন্তু জাকৰুৱা নাচে খামুচি ধৰিব
ব'হাগৰ কলিজা।

ম'হৰ শিঙৰ পেঁপাৰ
টনা মাত এটাত
জাকে জাকে বৰষুণ হৈ পথাৰ তিয়াব
তুমি চৌধ ভুৱন দেখিবা।
নাশ হৈ যাবা
উতলাই পুৰিব গা মন
দুহাতৰ জেতুকাই
তুমি হাত দাঙি নাচিবা
দাৱনী নাচা
মেঘ নামিব
তোমাৰ কলাফুল কঁপিব
তুমি শইচমতী হ'বা
পদুলিতে জ্বলাবাহি মাখিয়তীৰ জাগ
ৰজস্বলা হ'ব পিতাইৰ নাঙলৰ ফাল
কঠীয়া গজিব
মোৰে শপত, ব'হাগৰ বতৰতে আহিবা
এই ব'হাগত বতৰ বেয়া নহয়। ■

# পাৰিলে আহিবা এই বসন্ততে

অনন্ত গগৈ

তোমাৰ মৌনতাত
বসন্তৰ উজাগৰী নিশা
উমি উমি জ্বলে যেন
এটি উষ্ম প্ৰৱাহ
মোৰ মনৰ মাজলৈ
উৰি উৰি আহে অতি গোপনে
এটি প্ৰভাতি সূৰুযৰ ৰঙীন আভা
তোমাক দেখাৰ দিনৰে পৰা
ব'হাগৰ বতাহ জাকত
তুমি বৰদৈচিলা হৈ আহা
ঢাপলি মেলা মোৰ
উৰুঙা পঁজালৈ
মই দেখোন গমকে নাপালো
তোমাৰ বলিয়া বতাহজাকে
নিমিষতে উৰুৱাই নিলে
মোৰ মনৰ পঁজাটি
তুমি হয়তো নাজানা
মই অকলশৰেই বৈ আছো
মুকলি আকাশৰ তলত
চিক্‌মিক্ বিজুলিৰ চমকত
এটি দিশহাৰা জোনাকীৰ দৰে
পাৰিলে আহিবা এই বসন্ততে
থাকিবা ছায়ামূৰ্তি হৈ
কথা পাতিম মনৰ আবেগেৰে
কোনোবা এচুকত
কোনেও নজনাকে।।



# ঘুমতি ভঙা ৰাতি

বিতোপন গগৈ

সেউজ বৰণৰ ধুতি কিয় পিন্ধিলো—
ব'হাগ তোমাৰ নামত?
সুতুলি বিচাৰি ফুৰোতে
উঁইচিৰিঙাৰ মাতত
ওভতি চালো
তোমাৰ আহু ধানৰ মৰণা,
লেছেৰি বুটলি ফুৰা দিনত
ঔৰ তলত বৈ
গৰু গাড়ীত গোৱা এফাঁকি নাম
আছেনে মনত?
বংশলতা বিচাৰি
কাৰোবাৰ তাঁতৰশালত
নক'লোহেঁতেন...
জীৱনৰ আধা বাটত
কবিতাৰ স'তে
মোৰ প্ৰেমৰ চিত্ৰ আঁকি
কিয় সজীৱ কৰি ৰাখো—
বসন্তৰ একোটি ঘুমতি ভঙা ৰাতি!

দূৰভাষ - ৯৮৫৯৪৩০১৮২



# পাঁচটা লিমাৰিক

**বুলটন গগৈ**

(১)

বিলাতী কুকুৰৰ জনম পাওঁ যেন অহা জনমত।
তাতকৈ সুখী কোনোবা আছেনে এই মৰতত?
কোচনৰ গাড়ীত শুবলৈ নেৰে
গাড়ীত নিতৌ ন ন চহৰ ঘূৰে
এচাম শিশুৱে খাদ্য বিচাৰে ডাষ্টবিনত।।

(২)

পুৱাৰে পৰা মোৰ ঘৈনীৰ ওঁঠত লিপষ্টিক
ওঁঠযুৰি কিনো চাবা কৰি থাকে চিক্ মিক্
চাদৰ মেখেলা চিনি নাপাই তাই
কি বোৱাৰী পালো মা-দেউতাই বিনাই
লিপষ্টিক খায় খায় মোৰ হ'ল গেষ্টিক।।

(৩)

জীৱন সৌকাধৰা নামদাং সত্ৰৰ ভকত
দিনটো খায় আৰু শোৱে সেয়ে শকত
ছোৱালীৰ চাৱনীৰে আপ্লুত কৰে তাক
সন্ধিয়া হ'লেই ৰাষ্টাত মাৰিবই এটা পাক
দাত কেইটাহে নাই সৰিল ছোৱালীৰ চৰত।।

(৪)

ঘৰৰ কাষতে থকা টুনটুনী গাঁৱৰ ভিতৰতে শকত।
হাঁড় চাল ওলোৱা গিৰিয়েকৰ নাম লিটিকাই ভকত।।
ওকনি আঁচুৰিবলৈ সপ্তাহত লাগে দুখন ফনি।
পেটলৈ নাযায় ভাত নহ'লে মাছ, মাংস, কণী।।
লিটিকাইৰ টান নৰিয়া, হাস্পতালত ওলাল টুনটুনীৰ কোচত

(৫)

এক ডৰ্জন জী পুত্ৰৰ অধিকাৰী শিমলুগুৰিৰ জান।
গৰ্বেৰে কয় ৰাখিলে হেনো তাই গিৰিয়েকৰ মান।।
জানৰ ইচ্ছা মাতৃ হ'ব কুৰিটাৰ।
গিৰিয়েকৰহে নাই কোনো কাণসাৰ।।
চিন্তা জানৰ- আশাবোৰ হ'ব নেকি থান বান।।।■

# চেঁচা

**গণেশ গগৈ**

সৰুতে চেঁচাৰ পাৰত প্ৰায়েই
বহিছিলো
ইপাৰৰ শাৰী শাৰী চাংঘৰ
সিপাৰৰ বিস্তীৰ্ণ পথাৰ
আৰু দূৰৈৰ পাহাৰটো
(যাৰ বুকুৰ উত্তাপ ই কঢ়িয়ায়)
ইয়াৰ পৰা ৰিণি ৰিণি দেখা গৈছিল।
চেঁচাৰ বুকুত ঘাটে ঘাটে পথৰুৱা
ভাগৰবোৰে আহি জিৰাইছিল
মিচিং টাগিন গাভৰুৰ হাঁহিৰ খিলখিলনিত
অশ্লীল হৈ উঠিছিল গৰখীয়া সুহুৰিবোৰ
বেলিটো যেতিয়া পাহাৰটোলৈ নামে
পাহাৰীয়া ৰূপালী মাছবোৰ ক্ষীণাংগী চেঁচাত
জাকি মাৰি উজাইছিল
সেউজীয়া সপোনবোৰত সোণগুটি ফুলিছিল
দুয়ো কাষৰ কঁহুৱা ফুলবোৰে
ইয়াৰ পাৰত পাতিছিল শাৰদীয় উৎসৱ
তেতিয়া যান্ত্ৰিক নাছিল জীৱনবোৰ
সকলোৰে আপোন আছিল নৈখন
এতিয়া প্ৰায়েই মন যায় ইয়াৰ পাৰত
বহিবলৈ
একেথিৰে চাই ৰ'ম যেন
ইপাৰৰ শাৰী শাৰী চাংঘৰ
সিপাৰৰ বিস্তীৰ্ণ পথাৰ
আৰু দূৰৈৰ পাহাৰটো....

■■■

## বসন্তৰ আগমনত

থুনুমাই গগৈ দুৱৰা

চৌদিছে সুবাসিত হয়, উদ্‌যাপিত হয়
অসমীয়াৰ বাপতি সাহোন ব'হাগী ৰঙালীজনী
হিয়াৰ আমঠু সদৃশ বিহুৰ আনন্দ উৎসৱ
কুলি-কেতেকীৰ সুমধুৰ গীতৰ ৰাগিনী
ঢোল-পেঁপা গগণাই ৰজন্‌জনাই যায়
আঙুলি বুলাই মাটিৰ সুতুলি বজায়
নাচনীক ডেকাই কৰে আবাহন
অসমীয়া জীয়ৰী-বোৱাৰীৰ উখল-মাখলখন
পাট-মুগা সাজেৰে সাজি
কঁকালৰ ভঙ্গিমা আৰু
মিচিকিয়া হাঁহিৰে মোহে পাহুৱাল ডেকাৰ মন।
বুকু কৰে সাতখন আঠখন
প্ৰকৃতি গাভৰু হৈ ফলে ফুলে জাতিষ্কাৰ ৰূপত
যৌৱন প্ৰবাহিত হয়
হেঁপাহৰ ৰঙালীৰ আগমন
দৰিদ্ৰ চহাৰ জীৱন কঁকালত টঙালি বান্ধি
গাজনি-ঢেৰেকনিৰে মেঘে
লৈ আহে বৰষাৰ সোণ সিঁচাৰ শুভ ক্ষণ।



## ব'হাগৰ নাচনী

হিৰণ্য গগৈ (মুন)

বুৰঞ্জীয়ে ৰিঙিয়াই বসন্ত ঋতুৰ প্ৰথম বতৰা।
ৰংঘৰৰ বাকৰিত ৰুদ্ৰসিংহই পাতিলে ৰঙৰে মেলা।।
কবিৰাজ চক্ৰৱৰ্তীয়ে সংস্কৃত ছন্দেৰে ৰচিলে বিহুনাম।
অসমৰ সংস্কৃতিৰ নিজৰাৰ ৰাখি থৈ গ'ল মান।।
কুলি, কেতেকীয়ে ডালত পৰি দিলে বিননি।
গছে সলালে ন-কুঁহিপাত ব'হাগক দিলে জাননী।।
আমে-জামে মলিয়ালে, কঁঠালে পেলালে মুচি।
বসন্তৰ পৰশত প্ৰকৃতিয়ে যৌৱনত থ'লে ভৰি।।
সৌজাক ৰূপহী নাচনী, হাঁহিত পদুমৰ পাহি।
কঁকালত মুগা মেখেলা, কেচ বচা ৰিহাৰ খোঁচনি।।
হাতত গামখাৰু, জেতুকাৰ বোল।
ওঠত বৰ্হমথুৰী, খোপাত কপৌ ফুল।।
সৌজাক ৰূপহী নাচনী, ব'হাগৰ বলিয়া বান।
বিহুতলী শুৱনি নাচনীজনী বিহুতে বলিয়া মন।।
স্বৰ্গদেউ ঈশ্বৰে ৰংঘৰ বাকৰিত বিহুৰ ৰংমেলা চাই।
জাতি-জনজাতি সৱে মিলি সংস্কৃতিৰ জয়গান গায়।।



## কাজিৰঙাৰ বেলাড্

সৌৰভজ্যোতি বৰুৱা

কাজিৰঙা, কাজিৰঙা
কাজিৰঙাৰ ইতিহাস আজি তেজৰঙা
মানৱ অৰণ্যৰ পৰিধি পাৰ হৈ
তুমি অভয়াৰণ্য—
তোমাৰ শান্ত পৰিৱেশ আজি বিঘ্নিত...
কাজিৰঙাৰ সেউজী পৰিৱেশ
পশু পক্ষী সুখৰ দেশ
তোমাৰ এশিঙিয়া গঁড় বিশ্ববন্দিত
এজাক অতিথিৰ আগমনে মহিমামণ্ডিত
ইতিহাসৰ পৃষ্ঠা লুটিয়াই
নিষ্ঠুৰ সময়ে সাঁকিয়াই
কাজিৰঙাৰ অতীত গৌৰৱ
আজি যেন পাবলৈ নাই
তোমাৰ বুকুত মৰণাস্ত্ৰৰ আখৰা
পৰি ৰ'ল তেজৰ চেঁকুৰা
এদল ৰক্তপিপাসুৰ সমৰসজ্জা
হিংসাৰ চিক্‌মিকনি
ভয়াৰ্ত ৰাতিৰ কলকলনি
চোকা তৰোৱালৰ ঝন্‌ঝননি
মোৰ কবিতাত বাগৰে নয়নৰ নীড়।

■■■

## ব'হাগৰ অনুভৱ

ইন্দিৰা গগৈ ফুকন

গছতল, পথাৰ, চোতাল এৰি
বিহু উঠিল প্ৰতিযোগিতাৰ মঞ্চত
গাঁৱৰ চুকে কোণে নগৰে চহৰে
ব'হাগী উৎসৱৰ পয়োভৰ।
নাচনীয়ে নানাচে
ঢুলীয়াই ঢোল নাবায়
হৃদয়ৰ টানত
নাচে, বাই পুৰস্কাৰৰ মোহত।
মৰমৰ দীঘেৰে, চেনেহৰ বানীৰে
শিপিনীয়ে বিহুৱান নবয়
বজাৰৰ চালানী গামোছাৰেই
প্ৰিয়জনক মৰম যাঁচিব পাৰি।
চিৰা, পিঠা, সান্দহ হুৰুম
কিয়নো ভাজিব লাগে কষ্ট কৰি
মিঠাই, কেক্, ৰেডিমেদ পিঠাৰে
সহজেই পাতিব পাৰি বিহু।
সাত বিহুৰ নাম নাজানিলেও হ'ব
বৰ্হমথুৰি, মেজাংকৰি, চেলেংচাদৰ
নেপালেই বা চিনি
তাতে কাৰ কি ক্ষতি।
বিহুনামৰ মাধুৰিমা হেৰাল
অপসংস্কৃতিৰ গ্ৰাসত সংস্কৃতি
আধুনিকতাৰ ঢৌৱে উটুৱাই নিলে
বিহুৰ ঐতিহ্য, পৰম্পৰা।
সকলো সজাগ হ'বৰ হ'ল
পৰিৱৰ্তনৰ ধুমুহাত যেন বিধ্বস্ত নহয়
বাপতি সাহোন বিহুটিৰ
ৰং, ৰূপ আৰু সৌন্দৰ্য।

■■■

# আমন্ত্ৰণ

ৰূপজ্যোতি দত্ত

তুমি আহিবা তেতিয়া,
যেতিয়া মোৰ কবিতাত
জন্ম হ'ব ছন্দ।
তুমি তেতিয়া গাবা,
যেতিয়া মোৰ কবিতাই
বৰণ ল'ব
সুধাময় সুৰৰ শব্দ।
তুমি তেতিয়া হাঁহিবা,
যেতিয়া মসৃণ ৰাত্ৰিৰ
কুহেলিকাময় অন্ধকাৰ কক্ষত
মোৰ বুকুত বুকু থৈ
শীতৰ শীৰ্ণ শীতলতাৰ
বন্দনাকো প্ৰশমিত কৰি
অন্তৰে অন্তৰে পাতিম,
দুখনি হিয়াৰ
অম্লান কথাবোৰ।
তেতিয়া পূৰ্ণ হ'ব,
মোৰ অপূৰ্ব জীৱনৰ
অভিলাষী পাত্ৰ।।





# ছন্দময়তা

জিতেন বৰুৱা

ফুল ফুলাটোত কিয় ফুল অবোধ
ঢৌ খেলাটোত কিয় সাগৰ আকোঁৰগোজ
কোনে ক'ব ভালপোৱাৰ দলনিত
কোন কিমান নিখোজ
বগাকৈ বগলী আকাশত উৰিছে
আকাশৰ নীলাই কিয় আলিংগন কৰিছে
উত্তৰ এটাই— ছন্দময়তা
নিবোধতম নিয়তিৰ নিত্য-নৈমিত্তিক খেলা
আহা আমিও চামিল হওঁ
উপভোগ কৰো—
আটোলতোল নিটোল এই মহামেলা।



## বৰষুণৰ চিম্ফনী

জেৰিনা বৰুৱা (বিৰিণা)

বৰষুণত দেওলগা এশাৰী কবিতা
টুকুৰা টুকুৰে তিতিছে ঢেঁকীয়াৰ ৰাতি...
আজি হেঁপাহেৰে আয়ত্ব কৰিম শব্দহীন কথা
কবিতাৰ বৰষুণত গা ধুম...
মোৰ তেজত বৈ যাব কবিতা
মোৰ উশাহত উচুপিব কবিতা
মোৰ সিৰাৰ মাজেৰে সৰকি যাব
কবিতা কবিতা কবিতা।

কবিতাৰ বুকুতে পাক খাই বৰষুণৰ লগতে
গোটেই ৰাতি মই পৰি থাকিম
উজাগৰে...
তুমি শিৰোনাম এটি হৈ
উমাল কৰি ৰাখিবা
মোৰ কবিতা কবিতাৰ শৰীৰ।



## সপোন

চন্দন চুতীয়া

।।এক।।

তোমাৰ বাবে সাঁচি ৰখা
মোৰ যৌৱনৰ
কুসুম কাৰেংঘৰ
অচিন ধমুহাৰ কৰাল গ্ৰাসত
চকলা চকলে খহি
হয় ছাৰখাৰ।

।।দুই।।

দিনৰ সুবাস এৰি
বিনিদ্ৰে ৰজনী কাটি
কত যতনেৰে
পঢ়িছিলো মোৰ
শান্তিৰ আশ্ৰমখনি।

।। তিনি।।

(আজি) সময় অতীত হ'ল
আয়ুস বেলি মাৰ গ'ল,
শান্তিৰ আশ্ৰম মোৰ
মৃত্যুৰ সমাধি হৈ ৰ'।





## পৰিৱৰ্তনত এইবাৰ ব'হাগ

দুলেন চাংমাই

বিহুৰ গুমগুমনিয়ে সকলোৰে বাবে আনিছে পৰিৱৰ্তন
প্ৰকৃতিয়ে ঋষি-মুনিৰ সাপ সদৃশ মনুষ্যৰ বাবে
শতস্ৰজনৰ আহ্বানক নেওচি ব'হাগৰ ন-ৰূপত যেন
এতিয়া সকলো হৈ পৰিছে মছগুল
প্ৰকৃতিৰ পৰিৱৰ্তনত ভূমিকম্পৰ ঢোল বাদনত
এতিয়া যেন থৰহৰি কম্পমান কম্পিত জনতা
আবতৰীয়া বানপানীত কক্‌বকাই
অসহায় হৈ পৰে খেতিয়ক ৰঘুকাই
নদীৰ খহনীয়াই কঁকাল ভাঙি নাচিছে চোৰা
পৰিৱৰ্তনৰ হাবাত হাবু ডুবু খায়
আহিছে ব'হাগ
.... সতৰ্ক!



## অ' বহাগী

অতুল বৰা

অ' ব'হাগী কেলৈনো তই আহিলি
তই আহিলে আমাৰ কেনেকুৰা লাগে জান?
ক'ব নোৱাৰো...।
ব'হাগী তই কিয় অকলে নাহ
লগত যে নাহৰ, তগৰ, কপৌ, ঢোল,
পেঁপা, গগণা, সুতুলি, কুলি, কেতেকী,
দীঘলতি, মাখিয়তীকো লৈ আন...
অ' ব'হাগী, তই বাৰু আমাৰ কথা ভাবনে?
তোৰ প্ৰেমত আমি কিমান পাগল হৈ পৰো
কেনেদৰে উন্মনা হৈ ফুৰো।
এইবাৰ তই ধুমুহাৰ দৰে আহিছ
মনবোৰ বিষাদ কৰি পেলাইছ
তই ছাগে নাজান এনেদৰে আহিলে
আমি কিমান দুখ পাওঁ
এইবাৰৰ দৰে নাহিবি
আমাৰ মনবোৰক বুজিবি
তোক কিমান ভাল পাওঁ আমি।
অ' ব'হাগী কেলৈনো তই আহিলি।



## ব'হাগীৰ ৰঙৰ মেলা

ডম্বৰ অধিকাৰী

অ'মোৰ বুকুৰ সপোন
হালধীয়া নদীৰ গাভৰু ঘাটত
ব'হাগী মেলা।
সজাল কৰিছে দেশৰ মাটি
আগজাননী গৰ্ভৱতী হোৱাৰ পথাৰ।
ব'হাগী মোৰ চেনেহী আই
তুমি আহিলা সুন্দৰৰ বাঁহীটি বজায়,
একা বেঁকা বাটেৰে,
সেউজীয়া শিল্পীৰ পথাৰে পথাৰে,
নতুন বছৰৰ শুভেচ্ছা জনাই,
মই পূৰ্ণতা পাওঁ।
পবিত্ৰ কুলিৰ সুৱলা মাতত
তোমাৰ বুকুৰ প্ৰেমৰ চুবুৰিত
উৎসৱ পাতিছো মোৰ বুকুত
বতাহ মধুৰ সু-সুৱনিত
ব'হাগৰ ৰাতি তোমাৰ কথা পাতো,
তুমিতো জানাই ব'হাগী
তুলসী তলত বন্তি জলাওঁ,
মোক আৰু কিমান তিতাবা
আহা, মেলি ধৰো প্ৰেমৰ ছাতি।



## দুচকুত বাগৰে নিমখীয়া নদী

নিভাৰাণী চেতিয়া

বহু ব'হাগ বৈ বৈ গুচি গ'ল নীৰৱে
খোপাত নাহৰ গুজি ৰুমালৰ আগত সুগন্ধি সানি
বুকুৰ ধপ্‌ধপনি লৈ আজিও নঙলাৰ মুখত বৈ থাকো
শুকান ওঁঠযুৰি লৈ...
তোমাৰ সেই সজল চাৱনি আৰু
বুকুৰ ধপ্‌ধপনি তোলা কৰুণ বাঁহীৰ সুৰৰ অনুৰণনে
মোক এতিয়াও নঙলাৰ মুখত
থিয় কৰাই বহু সময়
মাজনিশা কেতেকীৰ হিয়া ভঙা বিননীত সাৰ পাই
শুনা পাওঁ তোমাৰ বাঁহীৰ কৰুণ সুৰ...
খিৰিকী খুলি নীৰৱে কাণ পাতি বৈ থাকো
কিজানি নঙলাৰ মুখত বৈ
তুমি দুষ্টালিৰে ভৰা হাঁহিটোৰে বজাইছা নেকি
'মনৰ সাঁচতীয়া কথা কিদৰে ৰাখিছো ঢাকি।'
ধূসৰ হৈ পৰে তোমাৰ ছবি
দুচকুত বাগৰি আহে নিমখীয়া নদী...
বুকুৰ মাজত চিঞৰি উঠে হেৰাই যোৱা সপোনে
তথাপিও প্ৰতিটো ব'হাগৰ সন্ধিয়া খোপাত নাহৰ গুজি
ৰুমালৰ আগত সুগন্ধি সানি বৈ থাকো
নঙলাৰ মুখত...
হাতত বাঁহীটো লৈ আপোন ভুলোৱা হাঁহিৰে
তুমি যেন ক'বাহি
'বহু দেৰি হ'ল নেকি!'...



# উদ্‌যাপন সমিতিৰ সভাপতিৰ একলম



*"ব'হাগ মাথো এটি ঋতু নহয়*
*নহয় ব'হাগ এটি মাহ*
*অসমীয়া জাতিৰ ই আয়ুস ৰেখা*
*গণ জীৱনৰ ই সাহ।।"*

—ড° ভূপেন হাজৰিকা।

অসমীয়াৰ হিয়াৰ আমঠু বসন্তই আনি দিয়ে নৱ জীৱন আৰু যৌৱনৰ উকমুকনি। ব'হাগতে অসমীয়াই বিচাৰি পাই জাতিটোৰ পৰিচয় আৰু সম্প্ৰীতিৰ এনাজৰী।

বিগত বৰ্ষৰ দৰে এই বসন্ততো দশম বাৰ্ষিক কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন, শিমলুগুৰি আৰু ৰংজালী বৈশাগু ফৌৰবী উৎসৱটি দুদিনীয়া বৰ্ণাঢ্য কাৰ্যসূচীৰে আয়োজন কৰাৰ দিহা কৰা হৈছে। উল্লেখ্য বিগত বৰ্ষৰ বিহু সন্মিলন উদ্‌যাপনৰ লগত ওতঃপ্ৰোতভাৱে জড়িত হৈ থকা বিভিন্ন জাতি জনগোষ্ঠীৰ সমন্বয়স্থলী শিমলুগুৰিৰ সমূহ যুৱ প্ৰজন্ম একত্ৰিত হৈ ভাতৃত্ববোধৰ এনাজৰীৰে এখন বিহু সন্মিলন আয়োজন কৰাৰ আশা পুহি ৰাখিছিলো— সেয়ে এয়া আজি বাস্তৱ ৰূপ পোৱাৰ দিশে অগ্ৰসৰ। এই মহান অনুষ্ঠানটি সাফল্যমণ্ডিত হোৱাৰ ক্ষেত্ৰত যিসকল বন্ধু-ভাতৃয়ে তথা ৰাইজে সকলো দিশত একান্তভাৱে পূৰ্ণ সহযোগিতা প্ৰদান কৰিছে; সকলোৰে ওচৰত এই অভাজন চিৰ ঋণী হৈ ৰ'লো। আশা কৰিছো, আমাৰ নৱ প্ৰজন্মই এনে সমন্বয়েৰে অসমীয়া জাতীয় সংস্কৃতিক ভৱিষ্যতলৈকে জীয়াই ৰখাত কৃপণালি নকৰিব।

ৰাইজলৈ ৰঙালী বিহুৰ ওলগ আৰু শুভেচ্ছা জনালো।

**গোজোন থোঁ !!**

(লেখন গগৈ)

# 'বসন্ত সুবাস'ৰ সভাপতিৰ একলম...



অসম বুলিলে আমি ব্ৰহ্মপুত্ৰ, বৰাক আৰু বিহুক নামকৰণ কৰো আৰু শ্ৰদ্ধা জনাওঁ —সেইসকল বৰেণ্য ব্যক্তিক যিসকলৰ ত্যাগৰ বিনিময়ত আমাৰ জাতীয় সংস্কৃতিক আজিকোপতি পালন কৰি আহিব পাৰিছো।

*'শিমলুগুৰি'*—অসম মূলুকৰ এনে এটি অঞ্চল, যিয়ে প্ৰতিনিধিত্ব কৰি আহিছে লখিমপুৰ জিলাখনক। আমি দাবী কৰিব পাৰো আমাৰ অঞ্চলত সমন্বয়ৰ এনে এটি জোৱাৰ আছে, যিয়ে আহ্বান কৰে সংস্কৃতি-সমন্বয়ৰ।

অসমৰ বাপুতি সাহোন ৰঙালী বিহুক কেন্দ্ৰ কৰিয়েই বৃহত্তৰ অসমীয়া জাতিৰ আনন্দ-উৎসৱ পালিত হয় অসমৰ প্ৰতিটো অঞ্চলতে...। ইয়াৰ গইনা লৈয়ে পালিত হৈ আহিছে ৰঙালী উৎসৱ, বিহু সন্মিলন, ব'হাগী বিদায়, ব'হাগী উৎসৱ আদি জাক-জমকীয়া সাংস্কৃতিক অনুষ্ঠান। কিন্তু সমন্বয়-সংস্কৃতি আৰু আনন্দোৎসৱৰ ত্ৰিবেণী সংগম ঘটে জানো সকলোতে! সময়ৰ পৰিৱৰ্তনৰ ধাৰাত সলনি হ'ব ধৰিছে ক্ৰমান্বয়ে মানুহৰ মন, চিন্তাধাৰা, লোক-সংস্কৃতি আদিৰ। তথাপিও আমি সলনি হ'ব পৰা নাই সামাজিক দায়বদ্ধতাৰ তাগিদাত। এনে আশা আৰু কৰ্তব্যবোধৰ তাড়নাত বৃহত্তৰ শিমলুগুৰিবাসীয়ে পালন কৰি আহিছে চেনেহৰ ৰঙালী বিহুটি। ব'হাগে যিদৰে প্ৰকৃতিৰ সৌন্দৰ্য বৃদ্ধি কৰে ই আমাৰ মনলৈও আনি দিয়ে নতুন উদ্যম আৰু সৃষ্টিৰ ন ন বতৰা। সময়ৰ ধামখুমীয়াত সমালোচনাৰ পাত্ৰ হ'লেও বিহুয়েই একমাত্ৰ আধাৰ— যিয়ে আমাক ঐক্য-সম্প্ৰীতিৰ এনাজৰীয়ে বান্ধি ৰাখিছে।

শিমলুগুৰি বিহু বাকৰিত সেয়ে আজি উদ্‌যাপিত হ'ল দশম বাৰ্ষিক কেন্দ্ৰীয় ৰঙালী বিহু আৰু বড়োসকলৰ ৰংজালী বৈশাগু ফীৰবী সন্মিলন। এই মহান আৰু পবিত্ৰ অনুষ্ঠানটিৰ লগত সংগতি ৰাখি আমাৰ কাৰ্যসূচীৰ প্ৰতিটো ক্ষণ জীপাল কৰি ৰখাৰ মানসেৰে প্ৰকাশিত হৈ আহিছে এখনি সোণসেৰীয়া স্মৃতিগ্ৰন্থ *'বসন্ত সুবাস'*। যাৰ বুকুত প্ৰতিফলিত হৈ উঠে আমাৰ অঞ্চলটিৰ কলাত্মক গুণৰাজিৰ লগতে সাহিত্য প্ৰতিভাও। দশম বাৰ্ষিক কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনত প্ৰকাশিত স্মৃতিগ্ৰন্থত সংযোজন হয় আমাৰ কেন্দ্ৰীয় প্ৰতীক চিহ্ন। যি প্ৰতিকীয়ে ইঙ্গিত বহন কৰে বিভিন্ন জাতি-জনগোষ্ঠীৰ মাজত থকা যাউতিযুগীয়া গৰ্বিত সমন্বয়ৰ। প্ৰতিকীকৰণৰ পৰিকল্পক আৰু মূল বাণী ***সংস্কৃতি-সমন্বয়ৰ*** বাবে সঞ্জীৱ বসুমতাৰী আৰু চিত্ৰাংকন কৰা ধ্ৰুৱজ্যোতি বৰা (যোৰহাট)ক এই আপাহতে ধন্যবাদ আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলো । লগতে ধন্যবাদ জনালো সম্পাদনা সমিতিৰ সম্পাদক দেৱজিৎ দুৱৰা, উপদেষ্টা মণ্ডলী, সদস্য গণ, উদ্‌যাপন সমিতিৰ বিষয়-ববীয়াসকল, আৰ্হিপাঠ চাওতা জগত গগৈ আৰু প্ৰেছৰ স্বত্বাধিকাৰী হৰেণ দাস (জান)ৰ লগতে কৰ্ম-কৰ্তাসকললৈ।

আশা কৰিছো, উৎসৱ আৰু *'বসন্ত সুবাস'* প্ৰকাশৰ ধাৰাবাহিকতা চিৰদিন অটুট থাকিব। ধন্যবাদ লেখক-লেখিকাসকললৈ আৰু সকলো বিহুপ্ৰেমী পঢ়ুৱৈ ৰাইজলৈ। শেষত, বসন্তৰ প্ৰীতিভৰা ওলগ সকলোলৈকে থাকিল।

(চিত্ৰনাথ গগৈ)
সভাপতি, বসন্ত সুবাস।

# উদ্‌যাপন সমিতিৰ সম্পাদকৰ একলম...



দশম বাৰ্ষিক শিমলুগুৰি কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলনখনিৰ লগত ৰংজালী বৈশাগু ফীৰবী উদ্‌যাপন কৰিবলৈ পোৱাটো যেন আমাৰ বাবে এক আশীৰ্বাদ। এই অঞ্চলটিৰ জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে অতীজৰে পৰা অতি উলহ-মালহেৰে বিহু সন্মিলনটি উদ্‌যাপন কৰি আহিছে। কৃষি ভিত্তিক উৎসৱ ব'হাগ বিহুৱে চিৰ সেউজীয়া সাংস্কৃতিক পৰম্পৰা পূৰ্বৰ পৰাই জীয়াই ৰাখিছে। হিয়াৰ আমঠু ৰঙালী বিহুৱে বিভিন্ন কাৰণত ইয়াৰ স্বকীয়তা আৰু মৌলিকতা হেৰুৱাইছে যদিও বিহুৰ আনন্দোৎসৱ কিন্তু কোনো দিন কমি অহা নাই বৰং বিৱৰ্তনৰ মাজতো বিহুৱে অসমীয়া সংস্কৃতি-পৰম্পৰাক আগতকৈও অধিক মহিমামণ্ডিত কৰি তুলিছে বুলি আমাৰ অনুভৱ।

এই বসন্তটো আমি শিমলুগুৰিৰ নবীন চামে জ্যেষ্ঠসকলৰ মতামত আৰু পৰামৰ্শ শিৰত লৈ আমাৰ অঞ্চলৰ সাংস্কৃতিক বান্ধোন ৰঙালী বিহুটি উদ্‌যাপন কৰাটো আমাৰ বাবে গৌৰৱৰ কথা। সন্মিলনৰ মুখ্য সম্পাদকৰ গুৰু দায়িত্ব আমাৰ ওপৰত ন্যস্ত কৰি অঞ্চলটোৰ সংস্কৃতিৱান ৰাইজৰ সেৱা কৰিবলৈ সুবিধা প্ৰদান কৰা শিমলুগুৰিৰ ৰাইজলৈ থাকিল অশেষ কৃতজ্ঞতা। যিসকল সদাশয় ব্যক্তিয়ে আৰ্থিক আৰু কায়িকভাৱে সহায় আগবঢ়ায় সন্মিলনখনি সাফল্যমণ্ডিত কৰাত অৰিহণা যোগালে— তেখেতসকললৈ উদ্‌যাপন সমিতিৰ হৈ আন্তৰিক শ্ৰদ্ধা আৰু স্নেহ নিবেদিলো।

শেষত, শিমলুগুৰি কেন্দ্ৰীয় ৰঙালী বিহু আৰু ৰংজালী বৈশাগু ফীৰবী সন্মিলনৰ দীৰ্ঘায়ু কামনা কৰি আমাৰ প্ৰতিবেদন সামৰিলো।

(ৰূপম দুৱৰা)

(দুৰ্লভ নাৰায়ণ স্বৰ্গীয়াৰী)
যুটীয়া মুখ্য সম্পাদক

# দশম বাৰ্ষিক কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন, শিমলুগুৰি
# আৰু
# ৰংজালী বৈসাগু ফোৰবো

*'স্বৰ্গদেউ ওলালে বাটচ'ৰাৰ মুখলৈ*
*দুলীয়াই পাতিলে দোলা,*
*কাণত জিলিকিলে নৰা জাংফাই*
*গাতে গোমচেঙৰ চোলা।।'*

শ্ৰদ্ধাভাজনেষু,

ব'হাগ আকৌ আহিল। সেউজীয়া কুঁহিপাতৰ আঁৰে আঁৰে কুলি-কেতেকীয়ে অফুৰন্ত আশা ঢালি যেন তুলি গ'ল প্ৰেম আৰু প্ৰেৰণাৰ নৱতম জোৱাৰ। হৃদয়ৰ অনুভূতিবোৰ জীপাল হৈ পৰিল। অসমীয়া জাতিৰ আয়ুসৰেখা এই ব'হাগে কঢ়িয়াই আনিলে সৃষ্টিৰ বিপুল সম্ভাৱনা। ঢোল, পেঁপা, গগণাৰ মাতত অসমী আইৰ বুকু উখল-মাখল।

সেয়েহে বিগত বৰ্ষবোৰৰ দৰেই এই বছৰো বৰ্ণাঢ্য কাৰ্যসূচীৰে অহা ২৭ আৰু ২৮ ব'হাগ, ১৯৩৮ শক (ইং ১০ আৰু ১১ মে'২০১৬) তাৰিখে শিমলুগুৰি ৰাজহুৱা খেলপথাৰত কেন্দ্ৰীয়ভাৱে আমি ৰঙালী বিহু সন্মিলন আৰু ৰংজালী বৈসাগু ফোৰবো আয়োজন কৰা হৈছে। গতিকে, আপোনাৰ-আপোনালোকৰ সহযোগিতাৰ লগতে একান্ত উপস্থিতি কামনা কৰা হ'ল।

শুভেচ্ছাৰে—

লেখন গগৈ
**সভাপতি**
লক্ষী গগৈ
মানিক বসুমতাৰী
**উপ-সভাপতি**
বিশ্বজিত দৈমাৰী
পাৰ্থপ্ৰতিম ফুকন
**কাৰ্যকৰী সভাপতি**

ৰূপম দুৱৰা
দুৰ্লভ নাৰায়ণ স্বৰ্গীয়াৰী
**মুখ্য-সম্পাদক (যুটীয়া)**
মণি বৰুৱা
বিতোপন ফুকন
**সহ-সম্পাদক (যুটীয়া)**
হিমাংকৰ হাইনাৰী
**কোষাধ্যক্ষ**

**উদ্‌যাপন সমিতি, দশম বাৰ্ষিক কেন্দ্ৰীয় ৰঙালী বিহু সন্মিলন আৰু**
ৰংজালী বৈসাগু ফোৰবো, শিমলুগুৰি।

# উদ্‌যাপন সমিতিৰ বিষয়ববীয়া সকলৰ একাংশ


ভবি শইকীয়া


মনেশ্বৰ ফুকন


বিজু ফুকন


অজিত চেতিয়া


মিত্ৰ শৰ্মা


ৰাজীৱ শৰ্মা


কোমেশ্বৰ চাবুকধৰা


গোলাপ গগৈ


লক্ষী গগৈ


বিজু ব্ৰহ্মা


হীৰা গগৈ


শান্তনু বসুমতাৰী


অনুপজ্যোতি বড়া


উমেশ গগৈ


দেবেন গগৈ


কেশৱ স্বৰ্গীয়াৰী


প্ৰশান্ত বৰফুকন


হৰেণ গোহাঁই


ইন্দ্ৰ গৌতম


গজেন গগৈ



ৰঞ্জু বসুমতাৰী


ৰাজেশ প্ৰসাদ


বিপ্লৱ দত্ত


সৰোজ চেত্ৰী


বিতুপন ফুকন


প্ৰসন্ন ফুলগুৰাৰী


দুৰ্লভ শইকীয়া


মিন্টু গগৈ


কুমুদ বৰগোহাঁই


ভৈৰব গগৈ


দিব্যজ্যোতি মুদৈ


কৰুণ সন্দিকৈ


বিশ্বজিৎ হাজৰিকা


সিদ্ধান্ত মুদৈ


জান বৰুৱা


গোপাল চেতিয়া


শচীন বৰা


নৱ কুমাৰ গৌতম


যুতি বড়াগোহাঁই


ৰূপক দত্ত


নিত্য গগৈ


অতুল গোহাঁই

# সম্পাদনা সমিতি


লিন্টু বৰা
উপদেষ্টা


লোকনাথ শৰ্মা
উপদেষ্টা


বিতোপন গগৈ
উপদেষ্টা


অনন্ত গগৈ
উপদেষ্টা


চিত্ৰনাথ গগৈ
সভাপতি


দেৱজিৎ দুৱৰা
সম্পাদক


মিতালী কোঁৱৰ
সদস্যা


বাপন শীল
সদস্য


মিহিৰ ৰিজাল
সদস্য


ৰশ্মিৰেখা ফুকন
সদস্যা


গণেশ গগৈ
সদস্য


সঞ্জীৱ বসুমতাৰী
বিশেষ সদস্য



প্ৰচ্ছদঃ ঋতুৰাজ বৰুৱা